বঙ্কিম গ্রন্থাৱলী—অসমীয়া সংস্কৰণ

সম্পাদনা—শ্ৰীবিভুভূষণ চৌধুৰী

# চন্দ্ৰশেখৰ



# চন্দ্ৰশেখৰ

ৰচনা

বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়

অনুবাদ

শ্ৰীকমলেশ্বৰ চলিহা

সম্পাদনা

শ্ৰীবিভুভূষণ চৌধুৰী

—— চপলা সাহিত্য সদন ——

পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান

শ্বিলং :: অসম

প্রকাশক—
শ্রীবিধুভূষণ চৌধুরী
চাক সাহিত্য কুটির
পোষ্টবক্স নং ১ :: শিলং

পরিবেশক—
চপলা বুক ষ্টল
শিলং :: আসাম
[ ১৬১-১-২-৬০ ]

মুদ্রক—
শ্রীসৌরেন্দ্রনাথ মিত্র
বোধি প্রেস
৫ শঙ্কর ঘোষ লেন, কলিকাতা ৬

প্রথম সংস্করণ—
অক্টোবর—১৯৬০ ইং



মূল্য—৩·০০ টাকা।

# সম্পাদকৰ নিৱেদন

আধুনিক ভাৰতীয় সাহিত্য তথা ভাৰতীয় জাতীয় জীৱনৰ পথিকৃৎ 'বন্দে মাতৰম্' অগ্নিমন্ত্ৰৰ উদ্গাতা, ঋষি বঙ্কিমচন্দ্ৰৰ অমৰ লেখনী নিঃসৃত 'চন্দ্ৰশেখৰ'ৰ অসমীয়া ৰূপান্তৰ ৰাইজলৈ আগ বঢ়াব পাৰি আমি বিশেষ আনন্দ আৰু গৰ্ব্ব অনুভৱ কৰিছোঁ।

বঙ্কিমচন্দ্ৰৰ মূল ৰচনা বঙ্গভাষাৰ পৰা ভাৰতৰ বিভিন্ন অঞ্চলৰ ভাষাত তেওঁৰ অমৰ গ্ৰন্থাৱলী অনূদিত হৈছে আৰু এতিয়াও হৈ আছে এই অনুবাদে সেই সেই ভাষাভাষী সকলৰ মন বিশেষভাবে আমোদিত কৰিছে আৰু এই অনূদিত গ্ৰন্থ-ৰাজিয়ে সেই ভাষাবোৰৰ সাহিত্য সম্পদ বঢ়োৱাৰ লগে লগে সেই অঞ্চলৰ সাহিত্যত এটা বিশিষ্ট আসন লাভ কৰিছে।

বঙ্কিম-শৰৎ-ৰবীন্দ্ৰ ৰচনাৱলীৰ যি কেইখন গ্ৰন্থ এতিয়ালৈকে আমি অসমীয়া ৰাইজৰ আগত নিৱেদন কৰিছোঁ সেই কেইখনক ৰাইজে আনন্দ মনে বৰণ কৰি লোৱাৰ বাবে আমি বিশেষ উৎসাহ বোধ কৰিছোঁ আৰু অলপতে এই গ্ৰন্থমালাৰ আৰু কেইখনমান কিতাপ আগ বঢ়াব পাৰিম বুলি আশা কৰিছোঁ।

এই ছেগতে অসমীয়া সুধীসমাজ তথা অসমীয়া ৰাইজলৈ আমাৰ শ'লাগৰ শৰাই আগ বঢ়ালোঁ।

'বিজয় বিহাৰ'
লাবান, শ্বিলং
১৫ অক্টোবৰ, ১৯৬৩ ইং

বিনীত
শ্ৰীবিভুভূষণ চৌধুৰী

# উপক্রমণিকা

## প্ৰথম পৰিচ্ছেদ

## বালক-বালিকা

ভাগীৰথীৰ পাৰত আমবাৰী এখনত বহি লৰা এটিয়ে ভাগী-ৰথীৰ সন্ধিয়াৰ জলকল্লোল শুনি আছিল। তাৰ ভৰিৰ ওচৰতে নতুন দুবৰিবনৰ শয্যাত শুই এটি সৰু ছোৱালীয়ে নীৰৱে তাৰ মুখখনলৈ চাই আছিল—চাই, চাই, চাই, আকাশ, নৈ গছ-গছনিবোৰ চাই আকৌ সেই মুখখনৰ ফালে চাই থাকিল। লৰাটিৰ নাম প্ৰতাপ—ছোৱালীটিৰ নাম শৈৱলিনী। শৈৱলিনী তেতিয়া সাত আঠ বছৰৰ ছোৱালী—প্ৰতাপ কিশোৰ বয়সৰ।

মূৰৰ ওপৰত শব্দতৰঙ্গত আকাশ মণ্ডল ওপঙাই দি কুলিয়ে কু-উ কু-উ কৰি গ'ল। শৈৱলিনীয়ে, তাৰ অনুকৰণ কৰি, গঙ্গাৰ পাৰত থকা আমবাৰীখন কঁপাবলৈ ধৰিলে। গঙ্গাৰ তৰ-তৰ শব্দ সেই ব্যঙ্গ-সঙ্গীতৰ লগত মিহলি হৈ গ'ল।

ছোৱালীজনীয়ে সৰু পদুমফুলৰ নিচিনা হাতখনিৰে তেনেকুৱাই কুমলীয়া বনফুল ছিঙি মালা গাঁথি লৰাটোৰ ডিঙিত পিন্ধালে, আকৌ সোলোকাই লৈ নিজৰ খোপাত পিন্ধিলে, আকৌ খোপাৰ পৰা সোলোকাই লৰাটোৰ ডিঙিত পিন্ধাই দিলে। স্থিৰ কৰিব নোৱাৰিলে কোনে মালা পিন্ধিব ; ওচৰতে

হৃষ্টপুষ্ট গাই এজনী চৰি আছে দেখি, শৈৱলিনীয়ে কাজিয়া লগা মালাধাৰ তাইৰ শিঙত পিন্ধাই দিলে ; তেতিয়া কাজিয়া ভাগিল। এইদৰে এওঁবিলাকৰ সদায় ঘটে। কেতিয়াবা বা মালাৰ সলনি জবাটোৱে, বাহৰ পৰা চৰাই পোৱালি পাৰি দিয়ে, আমৰ বতৰত পকা আম পাৰি দিয়ে।

সন্ধিয়া কোমল আকাশখনত তৰা ওলালে, দুয়ো তৰা গণিবলৈ লাগিল। কোনে আগেয়ে তৰা দেখিলে ? তুমি কেইটা দেখিবলৈ পাইছা ? চাৰিটা ? মই পাঁচোটা দেখিছো। সৌ এটা, সৌ এটা, সৌ এটা, সৌ এটা, সৌ এটা। মিছা কথা। শৈৱলিনীয়ে তিনটাৰ বাহিৰে এটাও দেখা নাই।

নাওবোৰ লেখা। কেইখন নাও গৈছে, কোৱাঁচোন বাৰু ? ষোলখন ? বাজি মাৰা—ওঠৰখন। শৈৱলিনীয়ে গণিব নেজানিছিল, এবাৰ গণিলত নখন হ'ল। আৰু এবাৰ গণিলত একৈশখন হ'ল। তাৰ পিছত গণনাকৰা এৰি দি দুয়ো একাগ্ৰচিত্তেৰে এখন নাৱৰ প্ৰতি দৃষ্টি স্থিৰ কৰি ৰাখিলে। নাৱত কোন আছে—ক'লৈ যাব—ক'ৰ পৰা আহিল ? ডঁাৰ বঠা মৰা পানীবোৰ কেনেকৈ সোণ জিলিকাদি জিলিকিছে।

## দ্বিতীয় পৰিচ্ছেদ

# বুৰিল বা কোন, উঠিল বা কোন

এইদৰে ভালপোৱা উপজিল। প্ৰণয় বুলিব খোজা, বোলা, বুলিব নোখোজা, নুবুলিবা। যোল বছৰৰ নায়ক—আঠ বছৰৰ নায়িকা। ল'ৰাৰ দৰে জানো কোনোবাই ভাল পাব পাৰে ?

ল'ৰাকালৰ ভালপোৱাত জানোবা অলপ শাওপাত আছে। যাক ল'ৰাকালত ভালপাইছা তেওঁবিলাকৰ কেইজনৰ লগত যৌৱনকালত দেখাসাক্ষাৎ ঘটে ? কেইজন জীয়াই থাকে ? কেইজন ভালপোৱাৰ যোগ্য হৈ থাকে ? বাৰ্দ্ধক্যত বাল্যপ্ৰণয়ৰ স্মৃতিহে মাথোন থাকে, আৰু সকলোবোৰ লোপ পায়। কিন্তু সেই স্মৃতি কিমান মধুৰ !

বালক মাত্ৰেই কোনো সময়ত নহয় কোনো সময়ত এইটো অনুভৱ কৰিছে যে, সেই বালিকাৰ মুখমণ্ডল অতি মধুৰ—তেওঁৰ চকুত বোধৰ অতীত কোনো গুণ আছে। খেল-ধেমালি এৰি কিমানবাৰ যে সেই মুখখনৰ ফালে চাই আছে—তেওঁ যোৱা বাটৰ দাঁতিত বৈ, আঁৰত থিয় হৈ কিমানবাৰ যে তেওঁক চাই আছে। কেতিয়াও বুজিব পৰা নাই, অথচ ভাল পাইছে। তাৰ পিচত সেই মধুৰ মুখ—সেই সৰল কটাক্ষ কলৈ কাল-প্ৰবাহত উটি গৈছে। তাৰ বাবে পৃথিৱী উজাৰ কৰি চাওঁ কেৱল—স্মৃতি-মাত্ৰ আছে। বাল্য প্ৰণয়ত কি শাওপাত আছে !

শৈৱলিনীয়ে মনে মনে জানিছিল, প্ৰতাপৰ লগত মোৰ বিয়া হ'ব। প্ৰতাপে জানিছিল, বিয়া নহয়। শৈৱলিনী প্ৰতাপৰ জ্ঞাতি-কন্যা। সম্বন্ধ অৱশ্যে দূৰ সম্পৰ্কীয়, কিন্তু জ্ঞাতি। শৈৱলিনীৰ এইটোৱেই প্ৰথম হিচাপে ভুল।

শৈৱলিনী দুখীয়াৰ ঘৰৰ ছোৱালী। কেও নাই, কেৱল মাক। তেওঁবিলাকৰ একো নাছিল, কেৱল এটি বাসকৰা কুটীৰ—আৰু শৈৱলিনীৰ ৰূপৰ বোজা। প্ৰতাপো দৰিদ্ৰ।

শৈৱলিনী বাঢ়ি যাবলৈ ধৰিলে—সৌন্দৰ্য্যৰ ষোলকলা পূৰ হবলৈ ধৰিলে—কিন্তু বিয়া নঘটে। বিয়াত খৰচ আছে—কোনে খৰচ কৰে? সেই অৰণ্যৰ ভিতৰলৈ সোমাই আহি অনুসন্ধান কৰি কোনে সেই ৰূপৰ বোজাটো অমূল্য বুলি গ্ৰহণ কৰি তুলি লবলৈ আহিব?

পিচত শৈৱলিনীৰ জ্ঞান জন্মিবলৈ ধৰিলে। বুজিলে যে, প্ৰতাপৰ বাহিৰে পৃথিৱীত সুখ নাই। বুজিলে, এই জন্মত প্ৰতাপক পোৱাৰ সম্ভাৱনা নাই।

দুয়ো পৰামৰ্শ কৰিবলৈ ধৰিলে। ভালেমান দিন জুৰি পৰামৰ্শ কৰিলে। গোপনে গোপনে পৰামৰ্শ কৰে, কোনেও গম নেপায়। পৰামৰ্শ ঠিক হ'লত দুয়ো গঙ্গাত গা ধুবলৈ গ'ল। গঙ্গাত বহুতে সাঁতুৰি আছিল। প্ৰতাপে কলে—"আহাঁ শৈৱলিনী। সাঁতোৰ খেলো।" দুয়ো সাঁতোৰ দিবলৈ আৰম্ভ কৰিলে। সাঁতোৰত দুয়ো পটু—তেনেকৈ সাঁতোৰ দিবলৈ গাৱঁৰ কোনো লৰাই পৰা নাছিল। বাৰিষাকাল—পাৰে পাৰে গঙ্গাৰ পানী

উপচি পৰিছে—পানীৰাশি তুলি তুলি, নাচি নাচি, লৰি ঢাপৰি যাব লাগিছে। দুয়ো সেই জলৰাশি ভেদ কৰি, মথিত কৰি, উৎক্ষিপ্ত কৰি সাঁতোৰ মেলি যাবলৈ ধৰিলে। ফেনৰ চাকনৈয়াৰ মাজত সুন্দৰ নবীন গা দুটি ৰূপৰ আঙঠিৰ মাজৰ ৰত্ন দুটিৰ দৰে শোভা পাবলৈ ধৰিলে। সাঁতোৰ দিওঁতে দিওঁতে এওঁবিলাক বহুতো দূৰলৈ গ'ল দেখি ঘাটত থকা সকলোৰে চিয়ঁৰি চিয়ঁৰি উভতিবলৈ কলে। তেওঁবিলাকে নুশুনিলে—গলগৈ। আকৌ সকলোৰে মাতিলে—তিৰস্কাৰ কৰিলে—গালি পাৰিলে—দুয়োৰো কোনেও নুশুনিলে—গলগৈ। বহুতো দূৰলৈ গৈ প্ৰতাপে ক'লে—"শৈৱলিনি, এয়ে আমাৰ বিয়া।"

শৈৱলিনীয়ে কলে, "আৰু কিয়? এই খিনিতেই।" প্ৰতাপ বুৰ গ'ল।

শৈৱলিনী নুবুৰিল। সেইখিনি সময়ত শৈৱলিনীৰ ভয় লাগিল, মনে মনে ভাবিলে—কিয় মৰিম? প্ৰতাপ মোৰ কোন? মোৰ ভয় লাগে, মই মৰিব নোৱাৰো। শৈৱলিনী নুবুৰিল—উভতিলে। সাঁতুৰি সাঁতুৰি পাৰলৈ উভতি আহিল।

## তৃতীয় পৰিচ্ছেদ

# দৰা ওলাল

যিখিনি ঠাইতে প্ৰতাপ বুৰ গৈছিল, তাৰ পৰা অনতিদূৰত এখন পানচৈ গৈ আছিল। নাৱত থকা এজন দেখিলে—প্ৰতাপ বুৰিল। তেওঁ জাপ মাৰি পানীত পৰিল। নৌকাৰোহী জনৰ নাম চন্দ্ৰশেখৰ শৰ্ম্মা।

চন্দ্ৰশেখৰে সাঁতোৰ মেলি, প্ৰতাপক ধৰি নাৱত তুলিলে। তেওঁক নাৱত তুলি লৈ পাৰত নাও লগালে। প্ৰতাপক লগত লৈ তেওঁক ঘৰত থবলৈ গ'ল।

প্ৰতাপৰ মাকে নেৰিলে, চন্দ্ৰশেখৰৰ ভৰিত পৰি সেই দিনাৰ বাবে তেওঁক আতিথ্য স্বীকাৰ কৰালে। চন্দ্ৰশেখৰে ভিতৰৰ কথা একো নেজানিলে।

শৈৱলিনীয়ে প্ৰতাপক আৰু মুখ নেদেখুৱালে। কিন্তু চন্দ্ৰশেখৰে তেওঁক দেখিলে—দেখি বিমুগ্ধ হ'ল।

চন্দ্ৰশেখৰ তেতিয়া নিজে অলপ বিপদগ্ৰস্ত। তেওঁ বত্ৰিশ বছৰ অতিক্ৰম কৰিছিল। তেওঁ গৃহস্থ, অথচ সংসাৰী নহয়। এতিয়ালৈকে দাৰ পৰিগ্ৰহ কৰা নাই। দাৰ পৰিগ্ৰহ কৰিলে জ্ঞানোপাৰ্জ্জনত বিঘিনি ঘটে বুলি সেইটো কামলৈ নিতান্তৰূপে নিৰুৎসাহিত আছিল। কিন্তু সম্প্ৰতি এবছৰতকৈ অধিক কাল অতিবাহিত হ'ল, তেওঁৰ মাতৃবিয়োগ ঘটিল। এনে অৱস্থাত

দাবপৰিগ্ৰহ নকৰাটো জ্ঞানাৰ্জনৰ বিঘিনি বুলি বোধ জন্মিল। প্ৰথমতে, নিজৰ হাতেৰে ৰান্ধিবলগীয়া হয়। এই কামত অনেক সময় যায় ; অধ্যয়ন আৰু অধ্যাপনাৰ বিঘিনি ঘটে। দ্বিতীয়তে গোসাঁই সেৱা কৰিব লাগে, ঘৰত শালগ্ৰাম আছে। এইবোৰৰ সম্বন্ধীয় কামবোৰ নিজৰ হাতেৰে কৰিব লাগে। ইয়াত সময় নষ্ট হয়—গোসাঁই দেৱতাৰ সেৱা কাৰ্য্যৰ সুশৃঙ্খলা নঘটে—গৃহকৰ্ম্মত বিশৃঙ্খলা ঘটে,—আনকি, সকলো দিন আহাৰৰ ব্যৱস্থা হৈ নুঠে। কিতাপ-পত্ৰ হেৰাই যায় বিচাৰি পোৱা নেযায়। পোৱা ধন ক'ত থয়। কাক দিয়ে মনত নেথাকে। খৰচ নাই, অথচ অৰ্থই নোজোৰে। চন্দ্ৰশেখৰে ভাবিলে বিয়া কৰালে কোনো কোনো ক্ষেত্ৰত সুবিধা হ'ব পাৰে। কিন্তু চন্দ্ৰশেখৰে স্থিৰ কৰিলে, যদি বিয়া কৰাওঁ তেনে সুন্দৰীক বিয়া নকৰাওঁ। কিয়নো, সুন্দৰীৰ দ্বাৰা মন মুগ্ধ হোৱাৰ সম্ভাৱনা। সংসাৰ বন্ধনত মুগ্ধ হলে নচলিব।

মনৰ যেতিয়া এনেকুৱা অৱস্থা। তেতিয়া শৈৱলিনীৰ লগত চন্দ্ৰশেখৰৰ সাক্ষাৎ হ'ল। শৈৱলিনীক দেখি সংযমীৰ ব্ৰতভঙ্গ হল। ভাবিচিন্তি অলপ ইতস্ততঃ কৰি অৱশেষত চন্দ্ৰশেখৰে নিজেই ঘটক হৈ শৈৱলিনীক বিয়া কৰালে। সৌন্দৰ্য্যৰ মোহত কোন বাক মুগ্ধ নহয় ?

এই বিয়াৰ আঠ বছৰৰ পিচত এই আখ্যায়িকা আৰম্ভ কৰা হৈছে।

# প্ৰথম খণ্ড

# পাপীয়সী

## প্ৰথম পৰিচ্ছেদ

## দলনী বেগম

সদৌ বঙ্গ, বিহাৰ আৰু উড়িষ্যাৰ অধিপতি নৱাব আলিজা মীৰ কাচেম খাঁ মুঙ্গেৰ দুৰ্গত বসতি কৰে। দুৰ্গৰ ভিতৰত, অন্তঃপুৰত, ৰংমহলত এঠাইত বৰ শোভা। ৰাতি প্ৰথম প্ৰহৰ এতিয়াও উত্তীৰ্ণ হোৱা নাই। প্ৰকোষ্ঠৰ ভিতৰত সুৰঞ্জিত হৰ্ম্ম্যৰ মজিয়াত সুকোমল দলিচা পতা। ৰজত-দীপত গোন্ধ তেল দি লগোৱা দীপ জ্বলি আছে। সুগন্ধি কুসুমস্তৱকৰ গোন্ধত ঘৰ পৰিপূৰ্ণ হৈ আছে। কিংখাপৰ গাৰুত সৰু মূৰটি থৈ এটি সৰু ফুটীয়া ছোৱালীৰ আকৃতিৰ এগৰাকী গাভৰুৱে শুই থাকি গুলেস্তা পঢ়িবৰ বাবে যত্ন কৰিছে। গুলেস্তা পঢ়িছে, একো একোবাৰ উঠি চাইছে আৰু আপোন মনত কত কি কৈ গৈছে। কেতিয়াবা কৈছে, "এতিয়াও নাহিল কিয়নো ?" আকৌ কৈছে, "কিয় আহিব ? এহেজাৰজনী লিগিৰীৰ ভিতৰত ময়ো এজনী লিগিৰীহে, মোৰ কাৰণে ইমান দূৰলৈ কিয় আহিব ?" ছোৱালীজনীহে আকৌ গুলেস্তা পঢ়িবলৈ প্ৰবৃত্ত হ'ল।

আকৌ অলপমান পঢ়িয়েই কলে “ভাল নালাগে। ভাল বাৰু, নালাগে আহিব, মোক স্মৰণ কৰিলেওতো মই যাওঁ, পিচে মোলৈ মনত পৰিব কিয় ? মই এহেজাৰজনী লিগিৰীৰ ভিতৰৰ এজনীৰ বাহিৰেতো মই আন বেচি একো নহওঁ।” আকৌ গুলেস্তা পঢ়িবলৈ আৰম্ভ কৰিলে, আকৌ কিতাপখন পেলাই দিলে, কবলৈ ধৰিলে। “ভাল বাৰু, ঈশ্বৰে কিয় এনে কৰে ? এজনে কিয় বাৰু আন এজনৰ বাটলৈ চাই পৰি থাকে ? যদি সেয়ে ঈশ্বৰৰ ইচ্ছা, তেনে যি যাক পায়, তেওঁ তেওঁকেই নিবিচাৰে কিয় ? মই লতা হৈ উপজি শালগছ জোপাত বগাবলৈ যাওঁ কিয় ? “তেতিয়া গাভৰুৱে কিতাপখন পৰিত্যাগ কৰি উঠি ৰহিল। দোষশূন্য গঠনৰ সৰু মূৰটোত ওলমি থকা ভুজঙ্গ ৰাশিৰ দৰে নিবিড় কুঞ্চিত কেশভাৰ হেন্দোলি উঠিল—সোণ খটোৱা সুগন্ধ বিলাই থকা চকুত চাট মাৰি ধৰা গাত লোৱা চাদৰখন হেন্দোলি উঠিল—গাভৰুৰ অঙ্গসঞ্চালন হোৱা মাত্ৰকে ঘৰৰ মাজত যেন ৰূপৰ তৰঙ্গ থৌকিবাথৌকি হৈ উঠিল। অগাধ সলিলত যেনেকৈ চাঞ্চল্য হোৱা মাত্ৰকে তৰঙ্গ উঠে, সেই দৰে তৰঙ্গ উঠিল।

তেতিয়া সুন্দৰীয়ে এখন সৰু বীণা হাতত লৈ বীণাখনত ঝঙ্কাৰ দিলে আৰু ধীৰে, অতি মৃদুস্বৰেৰে গীত আৰম্ভ কৰিলে—যেন শ্ৰোতাৰ ভয়ত ভীত হৈ গৈছে। এনে সময়ত ওচৰত থকা প্ৰহৰীৰ অভিবাদন-শব্দ আৰু বাহকবিলাকৰ পদধ্বনি তেওঁৰ কাণত পৰিল। ছোৱালীজনী চমক খাই উঠি ব্যস্ত হৈ দুৱাৰ মুখত

গৈ থিয় হ'ল। দেখিলে, নৱাবৰ তাঞ্জাম। নৱাব মীৰ কাচেম আলি খাঁ৷ তাঞ্জামৰ পৰা নামি ঘৰটোৰ ভিতৰলৈ সোমাই আহিল।

নৱাবে আসন গ্ৰহণ কৰি কলে, "দলনী বিবি, কি গীত গাইছিলা ?" যুৱতীৰ নাম বোধ হয়, দৌলত উন্নিচা, নৱাবে তেওঁক সংক্ষেপাৰ্থত 'দলনী' বুলিছিল। এই কাৰণে পুৰীৰ সকলোৱে "দলনীবেগম" বা "দলনী বিবি" বুলিছিল।

দলনীয়ে লজ্জাৱনতমুখী হৈ থাকিল। দলনীৰ দুৰ্ভাগ্যক্ৰমে নৱাবে ক'লে, "তুমি যি গাইছিলা, গোৱা, মই শুনিম।"

তেতিয়া মহা গোলমাল লাগি গ'ল। তেতিয়া বীণাৰ তাঁৰ অবাধ্য হ'ল—একোতেই সুৰ বন্ধা নপৰে। বীণা এৰি দলনীয়ে বেহেলা ললে, বেহেলাও বেসুৰ হৈ বাজিবলৈ ধৰিলে, এনে বোধ হ'ল। নৱাবে কলে, "হৈছে হৈছে, তুমি তাৰ লগতে গোৱা।" সেই কথাত দলনীৰ মনত হ'ল যেন নৱাবে মনত ভাবিলে, দলনীৰ সুৰবোধ হোৱা নাই। তাৰ পিচত—তাৰ পিচত দলনীৰ মুখত আন কথা নোলাল। দলনীয়ে মুখফালি কথা কবলৈ কত চেষ্টা কৰিলে, একোতেই মুখে কথা নুশুনিলে, একোতেই মুখ মেল নেখালে। মেঘাচ্ছন্ন দিনত স্থল পদুমৰ দৰে, মুখ যেন মেল খায় খায়, তথাপি মেল নেখায়। ভীৰু কবিৰ কবিতা-কুসুমৰ দৰে, মুখ যেন মেল্ল খায় খায়। তথাপি মেল নেখায়। মানিনী তিৰুতা মানুহৰ অভিমান কৰা সময়ৰ কণ্ঠত থিত হোৱা প্ৰণয় সম্বোধনৰ দৰে মুখৰ পৰা ওলায় ওলায়, তথাপি নোলায়।

হঠাৎ, তেতিয়া দলনীয়ে বীণাখন পেলাই দি কলে, “মই নেগাওঁ।”

নৱাবে বিস্মিত হৈ সুধিলে, “কিয় ? খং কৰিছানেকি ?”

দ। কলিকতাৰ ইংৰাজবোৰে যি বাজানা বজাই গীত গায়, তাৰে এটা অনাই দিয়ক, তেহে আপোনাৰ আগত আকৌ গীত গাব পাৰিম, নহলে আৰু নাগাওঁ।

মীৰ কাচেমে হাঁহি হাঁহি কলে, “যদি সেই বাটত কাঁইট পোত নাখায়, অৱশ্যে দিম।”

দ। কাঁইট পোত খাব কিয় ?

নৱাবে দুখীত হৈ ক’লে, “কিজানি তেওঁবিলাকৰ লগত বিৰোধ ঘটে। কিয়, তুমি জানো সেইবোৰ কথা শুনা নাই ?”

“শুনিছো” বুলি দলনী নীৰৱ হৈ থাকিল। মীৰ কাচেমে সুধিলে, “দলনী বিবি, অন্যমনস্ক হৈ কি ভাবিছা ?”

দলনীয়ে কলে, “আপুনি এদিন কৈছিল, যে যেয়ে ইংৰাজবিলাকৰ লগত বিবাদ কৰিব, সেয়ে হাৰিব—তেনে কিয় আপুনি তেওঁবিলাকৰ লগত বিবাদ কৰিবলৈ বিচাৰিছে ?—মই ছোৱালী মানুহ, দাসী, এইবোৰ কথা মোৰ কোৱা সঁচাকৈয়ে অন্যায়, কিন্তু কোৱাৰ এটা অধিকাৰ আছে। আপুনি অনুগ্ৰহ কৰি মোক ভাল পায়।”

নৱাবে ক’লে, “সেইটো কথা সঁচা দলনী,—মই তোমাক ভাল পাওঁ, তোমাক যেনেকৈ ভাল পাওঁ মই কেতিয়াও তিৰুতা জাতক এইদৰে ভালপোৱা নাই বা পাইছো বুলিও ভাবিব পৰা নাই।”

দলনীৰ গাৰ নোম শিয়ঁৰি উঠিল। দলনীয়ে বহুত পৰ নীৰৱ হৈ থাকিল—তেওঁৰ চকুৰ পৰা পানী নিজৰি পৰিল, চকুৰ পানী মচি ক'লে, "যদি জানে, যেয়ে ইংৰাজৰ বিৰোধী হব, সেয়ে হাৰিব, তেনে কিয় তেওঁবিলাকৰ লগত বিবাদ কৰিবলৈ প্ৰস্তুত হৈছে ?"

মীৰ কাচেমে কিঞ্চিত মৃদুস্বৰেৰে কলে, "মোৰ আৰু উপায় নাই। তুমি সঁচাকৈয়ে মোৰ, এই কাৰণে তোমাৰ সাক্ষাতত কৈছো—মই নিশ্চিত জানো। এই বিবাদত মই ৰাজ্যভ্ৰষ্ট হ'ম, হয়তো প্ৰাণে মৰিম। তথাপি কিয় যুদ্ধ কৰিবলৈ বিচাৰিছো ? ইংৰাজবোৰে যি আচৰণ কৰিছে, তাৰ পৰা বুজা যায়, তেওঁ-বিলাকেই ৰজা, মই ৰজা নহওঁ। যি ৰাজ্যত মই ৰজা নহওঁ ; সেই ৰাজ্যত মোৰ প্ৰয়োজন ? কেৱল সেয়ে নহয়। তেওঁবিলাকে কয়, "ৰজা আমি, কিন্তু প্ৰজা পীড়নৰ ভাৰ তোমাৰ ওপৰত, তুমি আমাৰ হৈ প্ৰজাপীড়ন কৰা। কিয় মই তেনে কৰিম ? যদি প্ৰজাৰ হিতৰ অৰ্থে ৰাজ্য পালন কৰিব নোৱাৰিলো, তেনে সেই ৰাজ্যকে ত্যাগ কৰিম, অনৰ্থক কিয় পাপ আৰু কলঙ্কৰ ভাগী হ'ম ? মই চিৰাজউদ্দৌলাও নহওঁ, বা মীৰজাফৰো নহওঁ।"

দলনীয়ে মনে মনে বঙ্গৰ অধীশ্বৰক শতবাৰ প্ৰশংসা কৰিলে। কলে—"প্ৰাণেশ্বৰ ! আপুনি যি কলে, তাত আৰু মই কি ক'ম ? কিন্তু মোৰ এটা ভিক্ষা আছে। আপুনি নিজে যুদ্ধলৈ নাযাব।"

মীৰ-কা। এই বিষয়ে জানো বঙ্গৰ নৱাবৰ কৰ্ত্তব্য যে, তিৰুতাৰ পৰামৰ্শ শুনিব লাগে? ছোৱালী মানুহৰ কৰ্ত্তব্য-নেকি যে, এই বিষয়ে পৰামৰ্শ দিব লাগে?

দলনী অপ্ৰতিভ হ'ল, ক্ষুণ্ণ হ'ল। ক'লে, "মই ভুবুজাকৈ কলো, অপৰাধ মাৰ্জ্জনা কৰিব। তিৰুতাৰ মনে সহজে বুজিব নোৱাৰে বাবেই এইবোৰ কথা কৈছিলো। কিন্তু আৰু এটা ভিক্ষা বিচাৰিছো।"

"কি?"

"আপুনি মোক যুদ্ধলৈ লগত লৈ যাবনে?"

"কিয়, তুমি যুদ্ধ কৰিবানেকি? কোৱাঁ তেনে, গুৰগণখাঁক বৰখাস্ত কৰি তোমাক বহাল কৰোঁ?

দলনী আকৌ অপ্ৰতিভ হ'ল, কথা ক'ব নোৱাৰিলে। মীৰ কাচেমে তেতিয়া স্নেহপূৰ্ণভাৱে সুধিলে। "কিয় যাব খুজিছা?"

"আপোনাৰ লগত থাকিম বুলি।" মীৰ কাচেম অস্বীকৃত হ'ল। একোতেই সম্মত নহ'ল।

দলনীয়ে তেতিয়া অলপ হাঁহি কলে, "জাঁহাপনা, আপুনি গণনা কৰিব জানে। কওকচোন বাৰু, যুদ্ধৰ সময়ত ক'ত থাকিম মই?"

মীৰকাচেমে হাঁহি কলে, "তেনে কলমদানিটো দিয়া।"

দলনীৰ আজ্ঞা অনুসাৰে পৰিচাৰিকাই সোণৰ কলমদানিটো আনি দিলে।

মীৰ কাচেমে হিন্দুবিলাকৰ গুৰিত জ্যোতিষ শিক্ষা

কৰিছিল। শিক্ষা অনুসাৰে অঙ্ক ৰেখা সাজি পাতি চালে। কিছু সময়ৰ পিচত ? কাগজখন দূৰলৈ পেলাই দি বিমৰ্ষ হৈ বহিল। দলনীয়ে সুধিলে, “কি দেখিলে ?”

মীৰ কাচেম কলে, “যি দেখিলো, সি অত্যন্ত বিস্ময়কৰ। তুমি শুনিব নেলাগে।”

নৱাবে তেতিয়াই বাহিৰলৈ আহি মীৰ মুঞ্চিক মাতি আজ্ঞা দিলে, “মুৰ্ছিদাবাদত এজন হিন্দু কৰ্ম্মচাৰীক পৰোৱানা দিয়া যে, মুৰ্ছিদাবাদৰ অনতিদূৰত বেদগ্ৰাম নামেৰে যি এডোখৰ ঠাই আছে—তাত চন্দ্ৰশেখৰ নামেৰে এজন বিদ্বান ব্ৰাহ্মণ বাস কৰে—তেওঁ মোক গণনা শিকাইছিল তেওঁক মতাই গণনা কৰাব লাগিব যে, যদি সম্প্ৰতি ইংৰাজবিলাকৰ লগত যুদ্ধ আৰম্ভ হয়, তেনে যুদ্ধৰ কালত আৰু যুদ্ধৰ পিচত দলনীবেগম ক'ত থাকিবলগীয়া হ'ব ?”

মীৰ মুঞ্চিয়ে তাকে কৰিলে। চন্দ্ৰশেখৰক মুৰ্ছিদাবাদলৈ আনিবলৈ মানুহ পঠালে।

## দ্বিতীয় পৰিচ্ছেদ

# ভীমা পুখুৰী

ভীমা নামৰ ডাঙৰ পুখুৰীটাৰ চাৰিওপাৰে ঘন ঘন তালগছৰ শাৰী। মাৰ যাব খোজা বেলিৰ সোণবৰণীয়া ৰ'দ পুখুৰীৰ ক'লাপানীত পৰিছে! ক'লাপানীৰ ৰ'দৰ লগত তালগছৰ ক'লা ছাঁবোৰ ছবিত অঁকাৰ দৰে অঙ্কিত আছে। এটা ঘাটৰ দাঁতিত কেইবাজোপাও লতামণ্ডিত সৰু গছ লতাৰ লগত জোঁট খাই, পানীৰ ওপৰলৈকে ডাল পাত ওলমাই, জলবিহাৰিণী কুলকামিনী বিলাকক আঁৰ কৰি ধৰিছিল। সেই আঁৰৰ অলপীয়া আন্ধাৰত শৈৱলিনী আৰু সুন্দৰীয়ে পিতলৰ কলহ এটা লৈ পানীৰ লগত উমলি জলক্ৰীড়া কৰি আছিল।

যুৱতীৰ লগত পানীৰ জলক্ৰীড়ানো কি? সেইটো আমি বুজি নাপাওঁ; আমি পানী নহওঁ; যি কেতিয়াবা ৰূপহীৰ ৰূপ দেখি গলি পানীময় হৈ গৈছে। তেওঁ ক'ব পাৰিব। তেওঁ কব পাৰিব, কেনেকৈ কলহৰ আঘাত পালে পানীয়ে তৰঙ্গ তুলি ভুবাহুত ওলমি থকা অলঙ্কাৰৰ শিঞ্জন-ধ্বনিৰ লগত তালে তালে নাচে। হিয়াৰ ওপৰত গাঁথি যোৱা জলপুষ্পৰ মালা দোলন কৰি সেই তালে তালে নাচে। সাঁতোৰত কৌতূহলী হৈ থকা অকণমান বিহঙ্গমটিকো আন্দোলিত কৰি, সেই তালে তালে নাচে। যুৱতীক বেৰি বেৰি তেওঁৰ বাহুত, কণ্ঠত, কান্ধত, বুকুত

ভূমুকি মাৰি মাৰি, পানীৰ ঢৌ তুলি, তালে তালে নাচে। আকৌ যুৱতীয়ে কেনেকৈ কলহ ওপঙাই দি, মৃদু বতাহৰ হাতত তাক সমৰ্পণ কৰি বুকুলৈকে পানীত বুৰগৈ ওঁঠ দুটিৰে পুখুৰীৰ পানী স্পৰ্শ কৰে; মুখত পানী এমোকোৰা লৈ, বেলিটোৰ ফালে পানী মোকোৰা এৰি দিয়ে, পানীবোৰ মুখৰ পৰা সিঁচৰতি হৈ পৰোঁতে প্ৰতিবিম্ববোৰত যি এশটা বেলি ওলায় সেইবোৰ যুৱতীক উপহাৰ দিয়ে। যুৱতীৰ হাত-ভৰিৰ সঞ্চালনত পানী যেন পুঙৰ পৰা ওলাই আহি মাতি উঠে। পানীৰ হিল্লোল দেখি যুৱতীৰ হৃদয়েও নৃত্য কৰি উঠে। দুয়ো সমান। পুখুৰীৰ পানী চঞ্চল। এই ভুৱনচাঞ্চল্য বিধায়িনীবিলাকৰ হৃদয়ো চঞ্চল। পানীত চিনচাব নৰয়। যুৱতীৰ হৃদয়ত চিন চাব ৰয় জানো?

পুখুৰীৰ শ্যাম বৰণৰ পানীত সোণোৱালী ৰ'দ ক্ৰমে ক্ৰমে মিলি গৈ চাওঁতে চাওঁতে সকলোখিনি শ্যামবৰণৰ হৈ পৰিল—তালগছবোৰৰ আগবোৰ মাথোন সোণোৱালী পতাকাৰ দৰে জিলিকিবলৈ ধৰিলে।

সুন্দৰীয়ে কলে, "সন্ধিয়া হ'ল পাই, ইয়াত আৰু থাকিব নোৱাৰি। বল ঘৰলৈ যাওঁ।"

শৈৱলিনী। কোনো নাই পাই, মনে মনে এটি গীতকে নাগাৰ কিয়?

সু। গুচ অ'! পাপ! ঘৰলৈ ব'ল।

শৈ। ঘৰলৈ নাযাওঁ সখী,

মোৰ মদনমোহনে আছোহি বখি
হায় ! নাযাওঁ ঐ সখী ।

সু । ক'তনো মৰোগৈ ! মদনমোহন যে ঘৰত বহি আছে ; তালৈকে নেযায় কিয় ?

শৈ । তেওঁক কগৈ, তোমাৰ মদনমোহিনী ভীমাৰ পানী ফটিক শীতল দেখি বুৰি মৰিল ।

সু । ল এতিয়া । ধেমালি থ । ৰাতি হ'ল মই আৰু থিয় হৈ থাকিব নোৱাৰো । আজি আকৌ ক্ষেমীৰ মাকে কৈছিল, এই ফালে এটা বগাচাহাব আহিছে ।

শৈ । সেইটোৰ বাবে তোমাৰ মোৰ ভয় কিহৰ ?

সু । অ' মৰিলো, তই ক'ৰ কি ? উঠ, নহলে মই যাওঁ ।

শৈ । মই নুঠো—তই যা ।

সুন্দৰীয়ে খং দেখুৱাই কলহ ভৰাই পাৰলৈ উঠিল । আকৌ এবাৰ শৈৱলিনীৰ ফালে উভতি কলে, "হয়নে হেৰ, সত্যে সত্যে তই এই সন্ধিয়াৰ কাল অকলৈ এই পুখুৰী পাৰৰ ঘাটটোত থাকিবিনেকি ?"

শৈৱলিনীয়ে কোনো উত্তৰ নিদিলে । আঙুলিয়াই দেখুৱালে মাথোন । আঙুলিৰ নিৰ্দ্দেশমতে সুন্দৰীয়ে দেখিলে । পুখুৰীৰ আনটো পাৰে এজোপা তালগছৰ তলত সৰ্ব্বনাশ । সুন্দৰীয়ে আৰু কথা নকৈ কাষৰ পৰা কলহটো মাটিত পেলাই উৰ্দ্ধশ্বাস হৈ পলাল । পিতলৰ কলহটো বাগৰি বাগৰি, ঢক্ ঢক্ কৰি, পেটত থকা পানী উকুলিয়াই উকুলিয়াই পুনৰায় পুখুৰীৰ পানীত পৰিলগৈ ।

সুন্দৰীয়ে তালগছৰ তলত এটা ইংৰাজ দেখিবলৈ পাইছিল।

ইংৰাজক দেখি শৈৱলিনীয়ে দোঁ নেখালে—কেৰেপ নকৰিলে—পানীৰ পৰা উঠি নাহিল। মাথোন বুকুলৈকে পানীত বুৰ নিয়াই তিতা কাপোৰেৰে খোপাটোৰে সৈতে মূৰৰ আগটো আবৰি, প্ৰফুল্ল পদুম ফুলপাহিৰ দৰে পানীৰ মাজতে বহি থাকিল। ডাৱৰৰ মাজত অচলা সৌদামিণীয়ে হাঁহিলে—ভীমাৰ সেই শ্যাম-বৰণীয়া ঢৌৰ মাজত এই সোণৰ পদুম ফুলপাহ ফুলিল।

সুন্দৰী পলাল, কোনো নাই দেখি ইংৰাজটি ধীৰে ধীৰে তালগছৰ আঁৰত থাকি ঘাটৰ ওচৰলৈ আহিল।

ইংৰাজ পোৱালিটি দেখিবলৈ কমবয়সীয়া। গোঁফ বা ডাঢ়ি মুখত একোৱেই নাছিল। চুলিখিনি অলপীয়াকৈ ক'লা বৰণৰ, চকুদুটিও ইংৰাজৰ পক্ষে কৃষ্ণাভ। পোছাক বৰ জাকজমকপূৰ্ণ আৰু চেইন্, আঙঠি প্ৰভৃতি অলঙ্কাৰৰ কিছু পৰিমাণৰ পাৰিপাট্য আছিল।

ইংৰাজটি ধীৰে ধীৰে ঘাটলৈ আহি পানীৰ ওচৰত থিয় হৈ ক'লে, "I come again fair lady."

শৈৱলিনীয়ে কলে, "মই এইবোৰ ছাই-মাকতি কথা বুজিব নোৱাৰো।"

ইংৰাজ। oh-ay-that gibberish—I must speak it, I suppose, হম্ again আয়া হ্যায় ?

শৈ। কিয়, যমৰ ঘৰলৈ বাট এইটোনেকি ?

ইংৰাজটিয়ে বুজিব নোৱাৰি কলে, "ক্যা বলতা হ্যায়।"

শৈ। যম তোমাৰ পাহৰা-ধানৰ-ভাত-খোৱা ভকত নেকি ?

ইংৰাজ। যম। John you mean হম্ জন্ নহি, হম্ লৰেন্স্।

শৈ। ভাল হৈছে, এটা ইংৰাজী কথা শিকিলো—লৰেন্স অৰ্থে বান্দৰ।

সেই সন্ধিয়া কালে শৈৱলিনীৰ মুখত লৰেন্স ফষ্টৰে কিছুমান দেশীয় গালি শুনি নিজৰ ঠাইলৈ উভতি গ'ল। লৰেন্স ফষ্টৰে পুখুৰীৰ টিলাটোৰ পৰা নামি আমগছজোপাৰ তলৰ পৰা ঘোঁৰাটো মুকলি কৰি লৈ তাৰ পিঠিত উঠি টিবিয়ট নৈৰ তীৰত থকা পৰ্ব্বতত প্ৰতিধ্বনিত হৈ শুনিবলৈ পোৱা গীত স্মৰঁৰি যাবলৈ ধৰিলে। একো একোবাৰ মনত জাগি উঠিল, "সেই শীতল দেশৰ তুষাৰ ৰাশিৰ সদৃশ্য যি মেৰী ফষ্টৰৰ প্ৰণয়ত সককালত অভিভূত হৈছিল। এতিয়া সি স্বপ্নৰ দৰে; দেশভেদত ৰুচিভেদ জন্মে জানো ? তুষাৰময়ী মেৰী জানো শিখাৰূপিণী উষ্ণদেশৰ সুন্দৰীৰ তুলনীয় হব ? ক'ব পৰা নাই।"

ফষ্টৰ গুচি গ'লত, শৈৱলিনীয়ে লাহে লাহে কলহত পানী ভৰাই কলহ কাষত লৈ বসন্ত পবনে চলাই লৈ যোৱা ডাৱৰ চপৰাৰ দৰে ঘৰলৈ ধীৰ খোজেৰে প্ৰত্যাৱৰ্ত্তন কৰিলে। যথা-স্থানত পানী থৈ শোৱনিকোঠাত সোমাল।

তাত শৈৱলিনীৰ স্বামী চন্দ্ৰশেখৰ কম্বলৰ আসনত বহি নামাৱলীৰে কঁকালৰ সৈতে দুয়োটা আঁঠু বান্ধি লৈ, মাটিৰ চাকি

এটা আগত লৈ সাঁচিপতীয়া পুথি এখন পঢ়ি আছিল। আমি যি সময়ৰ কথা কৈছো, তাৰ পৰা এশ বছৰ পাৰ হৈ গ'ল।

চন্দ্ৰশেখৰৰ বয়সৰ সংখ্যা প্ৰায় চল্লিশ বছৰ। তেওঁ দীৰ্ঘাকৃতি। তদুপযোগী বলিষ্ঠ গঠন। মূৰটো ডাঙৰ, ললাট প্ৰশস্ত—তাৰ ওপৰত চন্দনৰ ৰেখা। শৈৱলিনীয়ে ঘৰ সোমাই অহাৰ সময়ত মনে মনে ভাবিছিল, 'যেতিয়া এওঁ সুধিব, কিয় ইমান ৰাতি হ'ল, তেতিয়া কি ক'ম? কিন্তু শৈৱলিনী ঘৰলৈ সোমালত চন্দ্ৰশেখৰে একো নকলে। তেতিয়া তেওঁ ব্ৰহ্মসূত্ৰৰ সূত্ৰ বিশেষৰ অৰ্থ সংগ্ৰহত ব্যস্ত আছিল। শৈৱলিনীয়ে হাঁহি দিলে।

তেতিয়া চন্দ্ৰশেখৰে চালে, ক'লে, "আজি ইমান অসময়ত বিজুলিৰ চমকনি কিয়?"

শৈৱলিনীয়ে কলে, "মই ভাবিছো, তুমি মোক কিমান বকিবা ক'ব পৰা নাই।"

চন্দ্ৰ। বকিম কিয়?

শৈ। পুথুৰীৰ ঘাটৰ পৰা উভতি অহা মোৰ পলম হৈছে বাবে।

চন্দ্ৰ। হয়েইতো—এতিয়াহে আহিলা নেকি? পলম হ'ল কিয়?

শৈ। এটা গোৰা ইংৰাজ আহিছিল। সুন্দৰী ভনী তেতিয়া পাৰত আছিল, মোক এৰি থৈ লৰি পলাই গুচি আহিল। মই আছিলো পানীত। ভয়তে উঠি আহিব নোৱাৰিলো।

ভয়ত এডিঙি পানীত থিয় হৈ আছিলো। সেইটো গ'লতহে তেতিয়া পানীৰ পৰা উঠি আহিলো।

চন্দ্ৰশেখৰে অন্যমনস্ক হৈ কলে, "আৰু এইদৰে নাহিবা।" এইবুলি আকৌ শাঙ্কৰ ভাষ্যত মনোনিবেশ কৰিলে।

ৰাতি অতি গভীৰ হ'ল। তেতিয়াও চন্দ্ৰশেখৰে প্ৰমা, মায়া, স্ফোট, অপোৰষেয়ত্ব ইত্যাদি তৰ্কত নিবিষ্ট। শৈৱলিনীয়ে প্ৰথমতে স্বামীৰ অন্নব্যঞ্জন তেওঁৰ ওচৰ চপাই থৈ, নিজে আহাৰাদি কৰি কাষৰ শয্যাত পৰি নিদ্ৰাত নিমগণ হ'ল। এই বিষয়ে চন্দ্ৰশেখৰৰ অনুমতি আছিল—বহুত ৰাতিলৈকে তেওঁ বিদ্যালোচনা কৰিছিল, সোনকালে সন্ধিয়াতে খাই বৈ তেওঁ শুব নোৱাৰে।

হঠাতে দালানৰ ওপৰৰ পৰা ফেঁচাৰ গহীন মাত শুনা গল। তেতিয়া চন্দ্ৰশেখৰে ৰাতি বহুতো হ'ল বুলি বুজি পাই পুঁথিখন বান্ধিবলৈ ধৰিলে। সেইবোৰ যথাস্থানত থৈ এঙামুৰি দি থিয় হ'ল। উন্মুক্ত বাতায়নেদি কৌমুদী প্ৰফুল্ল প্ৰকৃতিৰ শোভাৰ প্ৰতি দৃষ্টি পৰিল। বাতায়ন পথেদি সোমাই অহা চন্দ্ৰ-কিৰণ সুপ্ত সুন্দৰী শৈৱলিনীৰ মুখত পৰিছেগৈ। চন্দ্ৰশেখৰে প্ৰফুল্ল চিত্তৰে দেখিলে, তেওঁৰ গৃহ সৰোৱৰত চন্দ্ৰৰ কিৰণৰ পদুম ফুল ফুলিছে। তেওঁ থিয় হৈ, থিয় হৈ, থিয় হৈ, বহুতো পৰলৈকে প্ৰীতি বিস্ফাৰিত নেত্ৰেৰে শৈৱলিনীৰ অনিন্দ্যসুন্দৰ মুখমণ্ডল নিৰীক্ষণ কৰিবলৈ লাগিল। দেখিলে, ছবিত আঁকি যোৱা এডোখৰ ধেনুৰ দৰে নিবিড় কৃষ্ণ ভ্ৰূদুটিৰ তলত, মুদখোৱা পদুমকলিৰ দৰে, নয়ন-পদ্ম দুটি মুদখাই আছে।—সেই প্ৰশস্ত নয়নপল্লৱত,

সুকোমল সমগামিনী ৰেখা দেখা পালে। দেখিলে, সক কোমল কৰপল্লৱ টোপনিৰ আবেশত কপালত পৰি আছে—যেন কুসুমৰাশিৰ ওপৰত কোনোবাই কুসুমৰাশি ঢালি ৰাখিছে। মুখমণ্ডলত হাতখন থোৱাৰ কাৰণে, সুকুমাৰ ৰসৰঞ্জিত তামোলৰ ৰাঙেৰে ৰঙা ওঁঠ দুটি পৰস্পৰ অলপমান আঁতৰ হৈ পৰি, মুকুতা-মণিৰ নিচিনা দাঁত দুটিমানে কিঞ্চিৎ আভাস দিছে। এবাৰ যেন, কি সুখ-স্বপ্ন দেখি নিদ্ৰা নিমগন শৈৱলিনীয়ে অলপকৈ হাঁহিলে—যেন এবাৰ, জোনাকত বিজুলীৰ সঞ্চাৰ হ'ল। আকৌ সেই মুখমণ্ডল আগৰ দৰে সুষুপ্তিত স্থিৰ হৈ ৰ'ল। সেই বিলাস-চাঞ্চল্য-শূন্য, সুষুপ্তি নিমগন বিশ বছৰীয়া যুৱতীৰ প্ৰফুল্ল মুখকমল দেখি চন্দ্ৰশেখৰৰ চকুত অশ্ৰু বৈ গ'ল।

চন্দ্ৰশেখৰে শৈৱলিনীৰ সুষুপ্তি নিমগন মুখমণ্ডলৰ সুন্দৰ কান্তি দেখি চকুলো টুকিলে। ভাবিলে, "হায়! কিয় মই এওঁক বিয়া কৰালো? এই ফুলপাহ ৰাজমুকুটত শোভা পালে-হেঁতেন। শাস্ত্ৰ অনুশীলনত ব্যস্ত ব্ৰাহ্মণ-পণ্ডিতৰ কুটীৰত এই ৰতনক সুমুৱালো কিয়? বিয়া কৰাই মই সুখী হৈছো সন্দেহ নাই, কিন্তু শৈৱলিনীৰ তাত কি সুখ? মোৰ যি বয়স হৈছে, সেই বয়সত মোৰ প্ৰতি শৈৱলিনীৰ অনুৰাগ অসম্ভৱ—অথবা মোৰ প্ৰণয়ত তেওঁৰ প্ৰণয় আকাঙ্ক্ষা নিবাৰণৰ সম্ভাৱনা নাই। বিশেষকৈ, মইতো সদায় মোৰ গ্ৰন্থৰ কামত বিব্ৰত; মই শৈৱলিনীৰ সুখৰ বাবে ভাবো কেতিয়া? মোৰ গ্ৰন্থবোৰ জাৰি-জোকাৰি এনে নৱ-যুৱতীৰ কি সুখ? মই অতিশয় আত্মসুখ-

পৰায়ণ—সেই কাৰণেই এওঁক বিয়া কৰাবলৈ মোৰ প্ৰবৃত্তি জন্মিছিল। এতিয়া মই কৰিম কি? এই ক্লেশ সঞ্চিত পুঁথি-পাঁজি পানীত পেলাই দি আহি ৰমণীৰ মুখপদ্মৰ ধ্যানকে মোৰ এই জন্মৰ সাৰ বস্তু বুলি বিবেচনা কৰিমনেকি, ছিঃ ছিঃ, সেইটো কৰিব নোৱাৰিম। তেনেহলে এই নিৰপৰাধিনী শৈৱলিনীয়ে মোৰ পাপৰ প্ৰায়শ্চিত্ত কৰিবনেকি? এই সুকুমাৰ কুসুমপাহিক অতৃপ্ত যৌৱনৰ তাপত দগ্ধ কৰিবৰ কাৰণেই ঠাৰিৰ পৰা ছিঙি আনিছিলোনেকি?

এইদৰে চিন্তা কৰোঁতে কৰোঁতে চন্দ্ৰশেখৰে আহাৰ কৰিবলৈ পাহৰি গ'ল। পিচদিনা পুৱা মীৰ মুন্সীৰ পৰা খবৰ আহিল যে চন্দ্ৰশেখৰ মুৰ্ছিদাবাদলৈ যাব লাগে। নৱাবৰ কাম আছে।

## তৃতীয় পৰিচ্ছেদ

## লৰেন্স ফষ্টৰ

বেদগ্ৰামৰ পৰা নিচেই ওচৰতে পুৰন্দৰপুৰ নামৰ গাৱঁত ইষ্ট-ইণ্ডিয়া কোম্পানীৰ ৰেছমৰ এটা সৰু কুঠী আছিল। লৰেন্স ফষ্টৰ সেই ঠাইৰ ফেক্টৰ বা কুঠীয়াল। লৰেন্সে অলপ সৰু কালতে মেৰী ফষ্টৰৰ প্ৰণয় আকাঙ্ক্ষাত হতাশ্বাস হৈ, ইষ্ট-ইণ্ডিয়া কোম্পানীৰ চাকৰী লৈ বঙ্গদেশলৈ আহিছিল। আজি কালিৰ ইংৰাজসকলৰ ভাৰতবৰ্ষলৈ আহিলে যেনেকৈ নানাবিধ শাৰীৰিক ৰোগ জন্মে, তেতিয়াৰ বঙ্গদেশৰ বতাহত ইংৰাজসকলৰ অৰ্থাপহৰণ ৰোগ জন্মিছিল। ফষ্টৰ অলপ দিনৰ ভিতৰতে সেই ৰোগত আক্ৰান্ত হৈছিল। সেইদেখি মেৰীৰ প্ৰতিমা তেওঁৰ মনৰ পৰা আঁতৰ হ'ল। এদিন তেওঁ প্ৰয়োজনবশতঃ বেদগ্ৰামলৈ গৈছিল—ভীমা পুখুৰীৰ পানীত প্ৰফুল্ল পদুমপাহৰ দৰে শৈৱলিনী তেওঁৰ চকুত পৰিল। শৈৱলিনী গোৰা ইংৰাজক দেখি পলাল। কিন্তু ফষ্টৰে ভাবি ভাবি কুঠীলৈ উভতি গ'ল। ফষ্টৰে ভাবি ভাবি সিদ্ধান্ত কৰিলে যে, ডঁহা চকুতকৈ ক'লাবৰণৰ চকু ভাল আৰু ডঁহা চুলিতকৈ ক'লা চুলি ভাল। অকস্মাৎ তেওঁৰ স্মৰণ হ'ল যে, সংসাৰ সমুদ্ৰত তিৰুতামানুহ তৰণী স্বৰূপ—সকলোৰে পক্ষে সেই আশ্ৰয় গ্ৰহণ কৰা কৰ্ত্তব্য—যিসকল ইংৰাজ এই দেশলৈ আহি পুৰোহিতক ফাঁকি দি বঙ্গ ললনাক এই সংসাৰত সহায় বুলি

গ্ৰহণ কৰে, তেওঁবিলাকে একো বেয়া কাম নকৰে। ভালেমান বাঙালীৰ ছোৱালীয়ে ধনৰ লোভত ইংৰাজক ভজিছে—শৈৱলিনীয়ে নভজিব কিয়? ফষ্টৰে কুঠীৰ কাৰকুনক লগত লৈ আকৌ বেদগ্ৰামলৈ আহি হাবিৰ মাজত লুকাই থাকিল। কাৰকুনে শৈৱলিনীক দেখিলে—তেওঁৰ ঘৰখনো চাই আহিল।

বাঙালীৰ ল'ৰা মাত্ৰই জুজুৰ নামত ভয় খায়, কিন্তু একো একোটা এনে নষ্ট যোৱা লৰা আছে যে, জুজু চাব খোজে। শৈৱলিনীৰ সেই দশা ঘটিল। শৈৱলিনীয়ে প্ৰথমে প্ৰথমে সেই সময়ৰ প্ৰচলিত প্ৰথা অনুসাৰে ফষ্টৰক দেখি উৰ্দ্ধশ্বাস হৈ পলাইছিল। পিচত কোনোবাই তেওঁক কলে, "ইংৰাজবোৰে মানুহ ধৰি একেদিনাই ভোজন নকৰে—ইংৰাজ বৰ আচৰিত জন্তু —এদিন চাই যাবাহিচোন।" শৈৱলিনীয়ে চাই দেখিলেহি—দেখিলে ইংৰাজে তেওঁক ধৰি একেদিনতে ভোজন নকৰিলে। তেতিয়াৰ পৰা শৈৱলিনীয়ে ফষ্টৰক দেখি নপলায়—ক্ৰমে তাৰ লগত কথা কবলৈ সাহ কৰিছিল। সেইটোও পাঠকে জানে।

অশুভক্ষণত শৈৱলিনীয়ে ভূমণ্ডলত জন্মগ্ৰহণ কৰিছিল। অশুভক্ষণত চন্দ্ৰশেখৰে তেওঁৰ পাণিগ্ৰহণ কৰিছিল। শৈৱলিনীৰ যি হল—সেইটো পিচলৈ ক'ম। কিন্তু সি যি হওক, ফষ্টৰৰ যত্ন বিফল হ'ল।

পিচত অকস্মাৎ কলিকতাৰ পৰা ফষ্টৰৰ প্ৰতি আজ্ঞা প্ৰচাৰ হ'ল যে, "পুৰন্দৰপুৰৰ কুঠীত অইন মানুহ নিযুক্ত হৈছে। তুমি শীঘ্ৰে কলিকতালৈ আহিবা। তোমাক কোনো বিশেষ কামত

নিযুক্ত কৰা যাব।” যিজন কুঠীত নিযুক্ত হৈছিল তেওঁ এই আজ্ঞা-পত্ৰৰ লগে লগেই আহি উপস্থিত হ’ল। ফষ্টৰৰ একেদিনাই কলিকতালৈ যাত্ৰা কৰিবলগীয়া হ’ল।

শৈৱলিনীৰ ৰূপে ফষ্টৰৰ চিত্ত অধিকাৰ কৰিছিল। দেখিলে, শৈৱলিনীৰ আশা ত্যাগ কৰি যাবলগীয়া হয়। এই সময়ত যি সকল ইংৰাজ বঙ্গত বাস কৰিছিল তেওঁবিলাক মাথোন দুটা কামত অক্ষম আছিল। তেওঁবিলাক লোভ সংবৰণত অক্ষম আৰু পৰাভৱ স্বীকাৰত অক্ষম। তেওঁবিলাকে কেতিয়াও স্বীকাৰ নকৰিছিল যে এই কামটো কৰিব নোৱাৰিলো—নিৰস্ত হোৱাটোৱেই ভাল আৰু তেওঁবিলাকে কেতিয়াও স্বীকাৰ নকৰিছিল যে, এই কাৰ্য্যত অধৰ্ম্ম আছে, সেই দেখি এইটো অকৰ্ত্তব্য। যি সকলে ভাৰতবৰ্ষত প্ৰথমে বৃটেনীয় ৰাজ্যসংস্থাপন কৰে, তেওঁবিলাকৰ নিচিনা ক্ষমতাশালী আৰু স্বেচ্ছাচাৰী মনুষ্যসম্প্ৰদায় ভূমণ্ডলত কেতিয়াও বিৰাজ কৰা নাই।

লৰেন্স্ ফষ্টৰ সেই প্ৰকৃতিৰ মানুহ। তেওঁ লোভ সংবৰণ কৰিব নোৱাৰিলে—বঙ্গীয় ইংৰাজসকলৰ মাজত তেতিয়া ধৰ্ম্ম শব্দ লুপ্ত হৈছিল। তেওঁ সাধ্য অসাধ্যও বিবেচনা নকৰিলে। মনে মনে কলে, “Now or never !”

এইদৰে ভাবি লৈ যিদিনা কলিকতালৈ যাত্ৰা কৰিব তাৰ আগৰাতি সন্ধ্যাৰ পিচতে দোলা, দোলাভাৰী, কুঠীৰ কেইজনমান বৰকান্দাজ লৈ সশস্ত্ৰ হৈ বেদগ্ৰাম অভিমুখে যাত্ৰা কৰিলে।

সেই ৰাতি বেদগ্ৰামবাসীয়ে শুনি ভয় খালে যে, চন্দ্ৰশেখৰৰ ঘৰত ডকাইতি হৈছে। চন্দ্ৰশেখৰ সেইদিনা ঘৰত নাছিল। মুৰ্ছিদাবাদৰ পৰা ৰাজকৰ্ম্মচাৰীৰ সাদৰ নিমন্ত্ৰণ পাই তালৈ গৈছিল—আজিলৈকে উভতি অহা নাই। গাওঁবাসীৰ চিঞৰ-বাখৰ, কোলাহল, বন্দুকৰ শব্দ আৰু কান্দোনৰ ধ্বনি শুনি শোৱনী পাটি এৰি বাহিৰলৈ ওলাই আহি দেখিলে যে, চন্দ্ৰশেখৰৰ ঘৰত ডকাইতি হৈছে, বহুতো জোঁৰৰ পোহৰ। কোনো আগবাঢ়ি নগ'ল। তেওঁবিলাক দূৰৈত থিয় হৈ চাই দেখিলে যে, কেইটামান দোলাভাৰীয়ে এখন দোলা কান্ধত লৈ ঘৰৰ পৰা বাজ ওলাল। দোলাখনৰ দুৱাৰ মৰা—লগত পুৰন্দৰপুৰৰ কুঠীৰ চাহাব। সকলোৱে দেখি ভয়ত নিস্তব্ধ হৈ আঁতৰি থিয় হৈ থাকিল।

দস্যুবোৰ গুচি গ'লত ওচৰ চুবুৰীয়াবিলাক ঘৰৰ ভিতৰলৈ সোমাল ; দেখিলে, দ্ৰব্য সামগ্ৰী বৰ বেচি অপহৃত হোৱা নাই বেচিভাগেই আছে। কিন্তু শৈৱলিনী নাই, কোনোবাই কোনোবাই এই উক্তি কৰিলে—“তেওঁ ক'ৰবাত লুকাই আছে, এতিয়াই আহিব।” প্ৰাচীনসকলে কলে “আৰু নাহে—আহিলেও চন্দ্ৰশেখৰে তেওঁক আৰু ঘৰত নাৰাখে। যি দোলাখন দেখিলা, সেই দোলাখনতে তেওঁক ভৰাই নিছে।” যিবিলাকে প্ৰত্যাশা কৰিছিল যে, শৈৱলিনী আকৌ ঘূৰি আহিব তেওঁবিলাক থিয় হৈ থাকি থাকি শেষত বিৰক্ত হৈ বহিল। বহি বহি জপক জপক টোপনিয়াবলৈ ধৰিলে। এইদৰে কলমটিয়াই কলমটিয়াই বিৰক্ত হৈ উঠি গ'ল। শৈৱলিনী আৰু নাহিল।

সুন্দৰী নামেৰে যি গৰাকী যুৱতীৰ আমি প্ৰথমে পৰিচয় দিছিলো। তেওঁ সকলোৰে শেষত উঠি গ'ল।

সুন্দৰী চন্দ্ৰশেখৰৰ ওচৰচুবুৰীয়া মানুহৰ কন্যা, সম্বন্ধত তেওঁৰ ভনী। শৈৱলিনীৰ সখী, আকৌ তেওঁৰ কথা উল্লেখ কৰিব লগীয়া হব বুলি, এই ঠাইত এই পৰিচয় দিলো।

সুন্দৰী বহি বহি, পুৰাতে ঘৰলৈ গ'ল। ঘৰলৈ গৈ কান্দি-বলৈ ধৰিলে।



## চতুৰ্থ পৰিচ্ছেদ

## নাপিতনী

ফষ্টৰে স্বয়ং যোৱা লগত লৈ দূৰৈৰ ভাগিৰথীৰ পাৰলৈকে আহিল। তাত নাও সজাই যোৱা আছিল। শৈবলিনীক নাৱত তুলিলে। নাৱত হিন্দু লগুৱা-লিগিৰী আৰু চন্তৰী নিয়োগ কৰিলে। এতিয়া আকৌ হিন্দু লগুৱা-লিগিৰী কেলেই?

ফষ্টৰ নিজে অইন এখন পাড়ীত কলিকতালৈ গল। তেওঁ শীঘ্ৰে যাব লাগিব—ডাঙৰ নাৱত বতাহ ঠেলি ঠেলি এনপ্ৰাহত কলিকতালৈ যোৱা তেওঁৰ পক্ষে অসম্ভৱ। শৈবলিনীৰ কাৰণে তিক্ততানাসুৰৰ উপযোগী যান বাহনৰ ব্যৱস্থা কৰি দি তেওঁ অইন যান-বাহনত কলিকতালৈ গ'ল। এনেকুৱা শঙ্কা নাছিল যে তেওঁ স্বয়ং শৈবলিনীৰ নাৱত নাথাকিলে, কোনোবা আহি নাও আক্ৰমণ কৰি শৈবলিনীৰ উদ্ধাৰ কৰিব। ইংৰাজৰ নাও বুলি শুনিলে কোনো ওচৰলৈ নাহিব। শৈবলিনীৰ নাও মুঙ্গেৰলৈ যাবলৈ কৈ গ'ল।

প্ৰভাত বায়ুৰ দ্বাৰা উত্থিত হোৱা ক্ষুদ্ৰ তৰঙ্গমালাৰ ওপৰত শৈবলিনীৰ বজৰা নাওখন উত্তৰ অভিমুখে যাবলৈ ধৰিলে—মৃদু-মৃদু শব্দ কৰি তৰঙ্গমালা তৰ তৰ শবদেৰে নাৱৰ তলিত খুন্দা খাবলৈ ধৰিলে। তোমালোকে আন শঠ, প্ৰবঞ্চক, ধূৰ্তক যিমান পাৰা বিশ্বাস কৰিবা; কিন্তু প্ৰভাত বায়ুক বিশ্বাস নকৰিবা! প্ৰভাত-

বায়ু বৰ মধুৰ—চোবৰ দৰে হাতত সাবে ভৰিত সাবে আহি ইয়াৰ পত্নমটি, তাৰ যুথিকাফুলৰ জোপা, তাত সুগন্ধি বকুলৰ শাখাবোৰ জোকাৰি ধীৰে ধীৰে ক্ৰীড়া কৰে ; কাৰোবাক সুৰভি আনি দিয়ে, কাৰোবাৰ নৈশ অঙ্গগ্লানি হৰণ কৰে, কাৰোবাৰ চিন্তা সন্তপ্ত ললাট স্নিগ্ধ কৰে, যুৱতীৰ অলকাৱলী দেখিলে তাত অলপমান ফু মাৰি দি পলাই যায়। তুমি নাৱত উঠি গৈছা—দেখিছা, এই ক্ৰীড়াশীল মধুৰ প্ৰকৃতি প্ৰভাতবায়ুয়ে সৰু সৰু তৰঙ্গমালাৰে নৈখন সজাইছে আকাশত থকা ছুটুকুৰা এটুকুৰা অলপ ক'লাবৰণৰ মেঘ আঁতৰাই থৈ আকাশখন মুকলি কৰিছে ; পাৰত থকা গছবোৰক মৃদু মৃদুকৈ নচুৱাইছে ; স্নান আৰু অৱগাহনত নিৰত হৈ থকা কামিনী-বিলাকৰ লগত অলপ অচৰপ মিঠামুখেৰে ৰহস্য কৰিছে ; নাৱৰ তলিত সোমাই লৈ তোমাৰ কাণৰ ওচৰত মধুৰ গীত গাইছে। তুমি মনে মনে ভাবিলা, বায়ুৰ বৰ ধীৰ প্ৰকৃতি—বৰ গম্ভীৰস্বভাৱ, বৰ আড়ম্বৰশূন্য, অথচ সদানন্দ। সংসাৰত যদি সকলোৱেই এনেকুৱা হয় তেনেহলে কি নহয় ! দিয়া নাও মেলি দিয়া ! ব'দ ওলাল—তুমি দেখিলা যে ঢৌবোৰৰ ওপৰত ব'দ জিলিকিছে। সেইবোৰ আগতকৈ অলপ ডাঙৰ ডাঙৰ হ'ল—ৰাজহাঁহবোৰ তাৰ ওপৰেদি নাচি নাচি গৈছে ; গা ঘঁহি মাজি থকা অন্যমনস্ক সুন্দৰীবোৰৰ মাটিৰ কলহবোৰ পানীৰ ওপৰত থিৰ হৈ থাকিব পৰা নাই, বৰকৈ নাচিছে ; কেতিয়াবা কেতিয়াবা ঢৌবোৰে স্পৰ্দ্ধা কৰি সুন্দৰীবোৰত কান্ধত উঠিছে ; আৰু যিগৰাকী পাৰলৈ উঠিল তেওঁৰ পদপ্ৰান্তত এচাৰ খাই পৰিছে—মূৰটো খুন্দিয়াই

দিছে—জানোচা কৈছে—দেহিপদপল্লৱমুদাৰম্ !” নিতান্ত এনে-অৱস্থা লাভ কৰিব নোৱাৰিলেও ভৰিৰ পৰা অলপমান আলতাৰ বোল ধুই নি নিজৰ গাত সানি লৈছে। ক্রমে দেখিবা, বায়ুৰ মাতবোল অলপ অলপকৈ বাঢ়িছে, আৰু সেইবোৰ জয়দেৱৰ কবিতাৰ দৰে কাণত পৰি মিলি নেযায়, আৰু সেইবোৰে ভৈৰৱী ৰাগিনীত কাণৰ কাষত মৃদু সুৰেৰে বীণা নবজায়। ক্রমে দেখিবা বায়ুৰ গৰ্জ্জন বৰকৈ বাঢ়িছে—বৰ হুঙ্কাৰ দিয়া আড়ম্বৰ ; ঢৌবোৰ হঠাৎ ওফন্দি উঠি মুৰ জোকাৰি এচাৰ খাই পৰিবলৈ ধৰিলে—অন্ধকাৰ হৈ আহিল। প্রতিকুল বতাহে নাৱৰ বাট ভেঁটি ধৰিলে—নাৱৰ টিংটোক হেঁচা মাৰি ধৰি পানীৰ ওপৰত এচাৰিবলৈ ধৰিলে কেতিয়াবা বা টিংটোৰ মুখকে ওভতাই দিলে—তুমি ভাব বুজিলে পৱনদেৱতাক প্রণাম কৰি নাও পাৰলৈ চপাই নিলা।

শৈৱলিনীৰ নাৱৰ দশা ঠিক এনেকুৱাই ঘটিল। অলপ বেলিৰ পিচতে বায়ু প্রবল হ’ল। ডাঙৰ নাও প্রতিকূল বতাহত আৰু আগবাঢ়িব নোৱাৰিলে ; ৰখীয়াবোৰে ভদ্ৰহাটীৰ ঘাটত নাও বান্ধিলে।

খন্তেক পিচতে নাৱৰ ওচৰলৈ এক নাপিতনী আহিল। নাপিতনী সধৱা, চুটি ৰঙা পাৰিৰ শাড়ী পিন্ধা—শাড়ীৰ ৰঙা ৰং লগোৱা আঁচল আছে—হাতত আল্‌তাৰ টেমা। নাপিতনীয়ে নাৱৰ ওপৰত বহুতো ক’লা ক’লা ডাঁৰ বঠা দেখি ওৰণিখন টানি লৈছিল। ডাঁৰ বঠাৰ অধিকাৰীবোৰে অবাক হৈ নাপিতনীক চাই আছিল।

CHA

এটা বালিচৰত শৈৱলিনীৰ কাৰণে চকুজোৰা হৈছিল—এতিয়াও হিন্দুৱাণী আছে—এজন বামুণে ভাত ৰান্ধিছিল। এদিনতে জানো বিবিৰ ৰূপত সজ্জিত হ'ব পাৰি। ফষ্টৰে জানিছিল যে, শৈৱলিনী যদি নপলায় অথবা প্ৰাণত্যাগ নকৰে তেনে তেওঁ অৱশ্যে এদিন টেবুলৰ দাঁতিত বহি মুছলমান খানচামাই ৰন্ধা অন্নব্যঞ্জন উপাদেয় বুলি ভোজন কৰিব। কিন্তু এতিয়াই লৰালৰিকৈ কিয় ? এতিয়া লৰালৰি কৰিলে সকলো ফালে নষ্ট হব। এই বুলি ভাবি ফষ্টৰে ভৃত্যবিলাকৰ পৰামৰ্শ মতে শৈৱলিনীৰ লগত ব্ৰাহ্মণ যাবলৈ দিছিল। ব্ৰাহ্মণে পাক কৰি আছিল, ওচৰতে এজনী দাসী থিয় হৈ থাকি যোগাৰ কৰি দিছিল। নাপিতনী সেই দাসীৰ ওচৰলৈ গল ; কলে, হয়নে হেঁ, তোমালোকনে ক'ৰ পৰা আহিছাহে ?"

চাকৰণীয়ে খং কৰিলে,—বিশেষকৈ তাই ইংৰাজৰ দৰমহা ভোগ কৰে—কলে, তোক কিয় লাগে ! আমি হিল্লী দিল্লী মক্কাৰ পৰা আহিছো।"

নাপিতনীয়ে অপ্ৰতিভ হৈ কলে, বোলো, সেইটো নহয়, বোলোঁ আমি নাপিত—তোমালোকৰ নাৱত যদি ছোৱালী মানুহ কোনোবাই ৰং ঘঁহে তাকে সুধিছো।"

চাকৰনীজনী অলপমান কোমল হল। কলে, "বাৰু সুধি আহোঁগৈ।" এই বুলি তাই শৈৱলিনীক সুধিবলৈ গ'ল যে তেওঁ আলতা লগাবনে নলগায়। যি কাৰণতে নহওক, শৈৱলিনীয়ে অন্যমনস্ক হৈ থাকিবৰ উপায় চিন্তা কৰিছিল, কলে, "আলতা

পিন্ধিম।" তেতিয়া ৰখীয়াবোৰৰ অনুমতি লৈ দাসীজনীয়ে নাপিতনীক নাৰৰ ভিতৰলৈ যাবলৈ দিলে। তাই আগৰ দৰে ৰন্ধাবঢ়াৰ যোগাব দিয়া কামত লাগি গ'ল।

নাপিতনীয়ে শৈৱলিনীক দেখি আৰু অলপ ওৰণিখন টানি ললে আৰু তেওঁৰ ভৰি এখন হাতত লৈ আল্‌তা সানিবলৈ লাগিল শৈৱলিনীয়ে অলপ সময় নাপিতনীক নিৰীক্ষণ কৰি চালে। চাই চাই কলে। নাপিতনী তোমাৰ ঘৰ ক'ত ?

নাপিতনীয়ে কথা নকলে। শৈৱলিনীয়ে আকৌ সুধিলে "নাপিতনী তোমাৰ নাম কি ?" তথাপি উত্তৰ নেপালে।

"নাপিতনী তুমি কান্দিছা ?"

নাপিতনীয়ে মৃদু স্বৰেৰে কলে, "নাই কন্দা।"

"হয়, কান্দিছা," বুলি শৈৱলিনীয়ে নাপিতনীৰ ওৰণিখন গুচাই দিলে। নাপিতনীয়ে কান্দিছিল। অৱগুণ্ঠন বিমুক্ত হ'লত নাপিতনীয়ে অলপ হাঁহিলে।

শৈৱলিনীয়ে কলে, "মই অহামাত্ৰকে চিনি পাইছো। মোক দেখি ওৰণি ? মৰোগৈ ক'ত। পিচে ইয়ালৈ আহিলি ক'ৰ পৰা ?"

নাপিতনী আৰু কোনো নহয়—সুন্দৰী ভনী। সুন্দৰীয়ে চকুৰ পানী মচি কলে "শীঘ্ৰে যোৱা। মোৰ এই শাড়ীখন পিন্ধা, সোলোকাই দিওঁ। এই আলতাৰ টেমাটো লোৱা। ওৰণি টানি লৈ নাৰৰ পৰা ওলাই গুচি যোৱা।"

শৈৱলিনীয়ে বিমনা হৈ সুধিলে, "তুমি আহিলা কেনেকৈ ?"

সু। ক'ৰ পৰা আহিলো—সেইবোৰ কথা সময় পাওঁ যদি পিচত ক'ম। তোমাৰ ভু লৈ ইয়ালৈ আহিছো। মানুহে কলে, পাল্কীখন গঙ্গাৰ বাটেদি গৈছে। ময়ো ৰাতিপুৱাই উঠি কাকো নকৈ খোজকাঢ়ি গঙ্গাৰ পাৰলৈ আহিলো। মানুহে কলে নাওখন উত্তৰ মুখে গৈছে। বহুতো বাট, ভৰিত বিষে ধৰিছে। তেতিয়া নাও এখন কেৰেয়া কৰি লৈ তোমাৰ পাচে পাচে আহিছো। তোমাৰ নাও ডাঙৰ—যাব নোৱাৰে, মোৰ নাওখন সৰু, সেইবাবে সোনকালে আহি ধৰিলোহি।

শৈ। অকলৈ আহিলি কেনেকৈ ?

সুন্দৰীৰ মুখত আহিছিল, "তই ছাই মুখত সানতী, চাহাব-টোৰ পাল্কীত উঠি আহিলি কেনেকৈ ?" কিন্তু অসময় বুলি বুজি পাই সেইদৰে কথা নকলে। কলে, "অকলৈ অহা নাই, মোৰ গিৰিহঁত মোৰ লগত আছে। আমাৰ তুলুঙা নাওখন অলপমান আঁতৰত বান্ধি থৈ মই নাপিতনীৰ বেশ ধৰি আহিছো।"

শৈ। তাৰ পিচত ?

সু। তাৰ পিচত তুমি মোৰ এই শাড়ীখন পিন্ধা, এই আল্‌তাৰ টেমাটো লোৱা। ওৰণিখন ডাঙৰকৈ লৈ নাৱৰ পৰা নামি গুচি যোৱা, কোনেও চিন ধৰিবই নোৱাৰিব। পাৰে পাৰে যাবা। তুলুঙা নাওখনত মোৰ গিৰিহঁতক দেখা পাবা। বৰজনাকৰ সমান হলেও লাজ নকৰিবা—নাওখনত উঠি বহি লবা। তুমি উঠিলেই তেওঁ নাওখন মেলি দি তোমাক ঘৰলৈ লৈ যাব।

শৈৱলিনীয়ে বহুতপৰ চিন্তা কৰিলে, পিচত, সুধিলে, "তাৰ পিচত তোমাৰ দশা ?

সু। মোৰ কাৰণে নাভাবিবা। বঙ্গলৈ এনে ইংৰাজ অহা নাই যে, সুন্দৰী বামুণীক নাৱত সুমাই ৰাখিব পাৰে। আমি বামুণৰ জীয়ৰী, বামুণৰ তিৰুতা। আমাৰ মন দৃঢ় হৈ থাকিলে পৃথিবীত আমাৰ বিপদ নাই। তুমি যোৱা, যি প্ৰকাৰে হয়, মই ৰাতিটোৰ ভিতৰতে ঘৰলৈ যাম। বিপদভঞ্জন মধুসূদন মোৰ ভৰসা, তুমি আৰু পলম নকৰিবা—তোমাৰ বৰজনাৰ এতিয়ালৈকে খোৱাবোৱা হোৱা নাই, আজিও হবনে নহয় কব নোৱাৰোঁ।

শৈ। ভাল বাৰু, মই বাৰু গলো। গলে তাত মোক ঘৰলৈ সোমাবলৈ দিব জানো ?

সু। ইস হয়—কিয় ঘৰলৈ যাবলৈ নিদিব ? নিদিয়াটো সহজ কথা হৈ পৰি আছে নহয় ?

শৈ। চোৱাঁ, ইংৰাজে মোক কাঢ়ি আনিছে—আৰু জানো মোৰ জাতি আছে ?

সুন্দৰীয়ে বিস্মিতা হৈ শৈৱলিনীৰ মুখলৈ চাই থাকিবলৈ ধৰিলে ? শৈৱলিনীৰ প্ৰতি মৰ্ম্মভেদী তীব্ৰদৃষ্টি নিক্ষেপ কৰিবলৈ ধৰিলে—জহৰ মহৰ এডোৰ মুখৰ ওচৰলৈ নিলে বিষধৰ সাপৰ মুখ দোঁ খোৱাদি গৰ্ব্বিতা শৈৱলিনীৰ মূৰ দোঁ খালে। সুন্দৰীয়ে অলপ টানকৈ সুধিলে, "সঁচা কথা কবি দেই।"

শৈ। ক'ম।

সু। আই-গঙ্গাৰ বুকুত ?

শৈ। কওঁ বাৰু তোমাৰ প্ৰশ্নৰ প্ৰয়োজন নাই, এনেয়ে কৈছো। চাহাবৰ লগত মোৰ এতিয়ালৈকে দেখাশুনাকে হোৱা নাই। মোক গ্ৰহণ কৰিলে মোৰ গিৰিহঁতে ধৰ্ম্ম হেৰুৱাব নেলাগে।

সু। তেনেহলে তোমাৰ স্বামীয়ে যে তোমাক গ্ৰহণ কৰিব, তাত সন্দেহ নকৰিবা। তেওঁ ধৰ্ম্মাত্মা মানুহ, অধৰ্ম্ম নকৰে, তেনে আৰু মিছা কথাকৈ সময় অপব্যয় নকৰিবা।

শৈৱলিনীয়ে অলপ নীৰৱ হৈ থাকিল। অলপ কান্দিলে, চকুৰ পানী মচি ক'লে। "মই যাম—মোৰ স্বামীয়ে মোক গ্ৰহণ কৰিব ; কিন্তু মোৰ কলঙ্ক জানো কেতিয়াবা গুচিব ?"

সুন্দৰীয়ে কোনো উত্তৰ নিদিলে। শৈৱলিনীয়ে কবলৈ, ধৰিলে, "ইয়াৰ পিচত চুবুৰীৰ সৰু সৰু ছোৱালীবোৰে মোক আঙুলিয়াই দেখুৱাই ক'ব নহয় যে, সৌ, এইকে ইংৰাজে লৈ গৈছিল।" ঈশ্বৰে নকৰক, কিন্তু যদি কেতিয়াবা মোৰ পুত্ৰ সন্তান হয়, তেনে তাৰ অন্নপ্ৰাশণলৈ নিমন্ত্ৰণ কৰিলে কোন মোৰ ঘৰলৈ খাবলৈ আহিৰ ? যদি কেতিয়াবা ছোৱালী হয়, তেনে তাইক কোন সজ ব্ৰাহ্মণৰ লৰালৈ বিয়া দিব পাৰিম ? মই যে স্বধৰ্ম্মত আছো, এতিয়া উভতি গলে কোনে বা তাক বিশ্বাস কৰিব ? মই ঘৰলৈ উভতি গৈ কেনেকৈ মুখ দেখুৱাম ?

সুন্দৰীয়ে কলে, 'অদৃষ্টত যি আছিল সেয়ে ঘটিছে—সিতো আৰু একোতেই উভতি নাহে। অলপ ক্লেশ চিৰকাল ভোগ কৰিব লাগিব। তথাপি নিজৰ ঘৰত থাকিবা!

শৈ। কি সুখত? কোন সুখৰ আশাত ইমান কষ্ট সহ্য কৰিবৰ কাৰণে ঘৰলৈ উভতি যাম? ন মাতা, ন পিতা ন বন্ধু—

সু। কিয় স্বামী? এই নাৰী জন্ম আৰু কাৰ বাবে?

শৈ। সকলো বিলাকতো জানা—

সু। জানো যে, পৃথিৱীত যিমান বিলাক পাপিষ্ঠা আছে, তোমাৰ সমান পাপিষ্ঠা আৰু কোনো নাই। যি স্বামীৰ নিচিনা স্বামী জগতত দুৰ্লভ, তেওঁৰ স্নেহত তোমাৰ মন গলি নেযায়। লৰাই যেনেকৈ ধেমালি ধুমুলা কৰি থকা পুতলাবোৰ ভাল পায়, তেওঁ নিজৰ তিৰুতাক সেইদৰে আদৰ কৰিব নেজানে। কিয়নো বিধাতাই তেওঁক চংসাজি ৰাং পতা দি সজোৱা পৰোৱা নাই— মানুহ কৰিছে! তেওঁ ধৰ্ম্মাত্মা, পণ্ডিত। তুমি পাপিষ্ঠা—তেওঁলৈ তোমাৰ মন ঢাল খাব কিয়? অন্ধতকৈ অধিক অন্ধ হৈ তুমি বুজিব পৰা নাই যে, তোমাৰ স্বামীয়ে তোমাক যেনেকৈ ভাল পায়, নাৰীজন্মত তেনেকুৱা ভালপোৱা দুৰ্লভ—অনেক পুণ্যৰ ফলত এনে এনে এজন স্বামীৰ পৰা তুমি ভালপোৱা লাভ কৰিছিলা। সেইটো যক, সেই কথা এৰা—এতিয়া সেইবোৰ কথা নহয়। তেওঁ বাৰু ভাল নাপাওক তথাপি তেওঁৰ চৰণ সেৱা কৰি কাল কটাব পাৰিলেই তোমাৰ জীৱন সাৰ্থক। আৰু পলম কৰিছা কিয়? মোৰ খংহে উঠিছে।

শৈ। চোৱাঁ। ঘৰত থাকোতে মনতে ভাবিছিলো, যদি আই-বোপাইৰ বংশত কোনোবা থকা গম পালোহেঁতেন, তেতিয়া হলে তেওঁবিলাকৰ ঘৰতে থাকিলোহেঁতেন। নহলে কাশীলৈ

গৈ ভিক্ষা কৰি খাম—নহলে পানীত জাপ দি মৰিম। এতিয়া মুঙ্গেৰলৈ গৈছো। যাওঁ, চাওঁগৈ মুঙ্গেৰ কেনেকুৱা। চাওঁচোন, ৰাজধানীত ভিক্ষা পাওঁনে নেপাওঁ। মৰিব লাগে, মৰিমেই বাৰু, মৰণতো হাততে আছে। এতিয়া আৰু মৰণৰ বাহিৰে মোৰ উপায় কি? কিন্তু মৰো বা জীওঁ, প্ৰতিজ্ঞা, কৰিছো, আৰু ঘৰলৈ উভতি নাযাওঁ। তুমি অনৰ্থক মোৰ কাৰণে ইমান কষ্ট খালা— উভতি যোৱা।

তেতিয়া সুন্দৰীয়ে আৰু একো নকলে। কান্দোন সামৰি গা তুলি উঠিল; কলে, "ভৰসা কৰিছো, তুমি সোনকালেই মৰিবা। গোসাঁইৰ চৰণত কায়মনোবাক্যে প্ৰাৰ্থনা কৰো যেন মৰিবৰ বাবে তোমাৰ সাহ ওপজে। মুঙ্গেৰ পোৱাৰ আগতে যেন তোমাৰ মৃত্যু হয়। ধুমুহাত হওক, বতাহত হওক, নাও বুৰি হওক, মুঙ্গেৰ পোৱাৰ আগতে যেন তোমাৰ মৃত্যু হয়।"

এইবুলি সুন্দৰীয়ে নাৱৰ ভিতৰৰ পৰা ওলাই আহি আল্‌তাৰ টেমাটো পানীলৈ দলি মাৰি পেলাই দি গিৰিয়েকৰ ওচৰলৈ ঘূৰি আহিল।

## পঞ্চম পৰিচ্ছেদ

# চন্দ্ৰশেখৰৰ প্ৰত্যাগমন

চন্দ্ৰশেখৰে ভৱিষ্যৎ গণি চালে ; চাই চিতি ৰাজ কৰ্ম্মচাৰীক কলে, "মহাশয়, আপুনি নৱাবক জনাব। মই গণিব নোৱাৰিলোঁ।"

ৰাজকৰ্ম্মচাৰীয়ে সুধিলে, "কিয় মহাশয় ?"

চন্দ্ৰশেখৰে কলে, "সকলো কথা গণনাত স্থিৰ নহয়। যদি হ'লহেঁতেন, মানুহ সৰ্ব্বজ্ঞ হলহেঁতেন। বিশেষকৈ, জ্যোতিষত মই অপাৰদৰ্শী।"

ৰাজপুৰুষে কলে, "অথবা ৰজাৰ অপ্ৰিয় সংবাদ বুদ্ধিমান মানুহে প্ৰকাশ নকৰে। যি হওক, আপুনি যেনেকৈ ক'ব। মই তেনেকৈয়ে ৰাজসমীপত নিৱেদন কৰিম।"

চন্দ্ৰশেখৰে বিদায় ললে। ৰাজকৰ্ম্মচাৰীয়ে তেওঁক বাট-খৰচ দিবলৈ সাহ নকৰিলে। চন্দ্ৰশেখৰ ব্ৰাহ্মণ আৰু পণ্ডিত, কিন্তু ব্ৰাহ্মণ-পণ্ডিত নহয়—ভিক্ষা নকৰে—কাৰো পৰা দান গ্ৰহণ নকৰে।

ঘৰলৈ উভতি আহোঁতে দূৰৰ পৰাই চন্দ্ৰশেখৰে নিজৰ ঘৰ দেখিবলৈ পালে। দেখামাত্ৰকে তেওঁৰ মনত আহ্লাদৰ সঞ্চাৰ হ'ল। চন্দ্ৰশেখৰ তত্ত্বজ্ঞ। তত্ত্বজিজ্ঞাসু। নিজেই নিজক সুধিলে। "কিয়, বিদেশৰ পৰা আহোঁতে নিজৰ ঘৰ দেখি হৃদয়ত আহ্লাদৰ সঞ্চাৰ হয় কিয় ? মই জানো ইমান দিনে

আহাৰ-নিদ্ৰাত কিবা কষ্ট পাইছো? ঘৰলৈ আহি বিদেশত থকাতকৈ কি সুখত সুখী হ'ম? এই বয়সত মোক গুৰুতৰ মোহ বন্ধনত পৰিবলগীয়া হৈছে, সন্দেহ নাই। সেই ঘৰটোৰ ভিতৰত মোৰ প্ৰেয়সী ভাৰ্য্যা বাস কৰে। এই কাৰণেই মোৰ এই আহ্লাদ? এই বিশ্বব্ৰহ্মাণ্ড সকলোবোৰেই ব্ৰহ্ম। যদি সেয়ে, কাৰো প্ৰতি অধিক প্ৰেম, কাৰো প্ৰতি অশ্ৰদ্ধা জন্মে কিয়? সকলোবিলাকেইতো সেই সচ্চিদানন্দ। মোৰ যে টোপোলাটো লৈ আহিছে তেওঁৰ প্ৰতি এবাৰো উভতি চাবৰ ইচ্ছা হোৱা নাই কিয়? আৰু সেই উৎফুল্ল কমলাননাৰ মুখপদ্ম চাবৰ কাৰণে ইমান কাতৰ হৈছো কিয়? ভগৱদ বাক্যত অশ্ৰদ্ধা নকৰো, কিন্তু মই দাৰুণ মোহজালত মেৰ খাই পৰিছো। এই মোহজাল কাটি পেলাবলৈও ইচ্ছা নকৰো,—যদি অনন্তকাল জীয়াই থাকোঁ, তেনে অনন্তকাল এই মোহত আচ্ছন্ন হৈ থাকিবৰ বাসনা কৰো। কিমান পৰৰ পিচত আকৌ শৈৱলিনীক দেখা পাম?"

অকস্মাৎ চন্দ্ৰশেখৰৰ মনত অত্যন্ত ভয় সঞ্চাৰ হ'ল। 'যদি ঘৰলৈ গৈ শৈৱলিনীক দেখিবলৈ নাপাওঁ? কিয় নাপাম? যদি বেমাৰ পৰি আছে? বেমাৰতো সকলোৰেই হয়, আৰোগ্য হ'ব।' চন্দ্ৰশেখৰে ভাবিলে, 'বেমাৰৰ কথা মনলৈ আহিলত ইমান অসুখ লাগিছে কিয়? কাৰনো বেমাৰ নহয়? তেনে যদি কোনো টান বেমাৰ হৈ পৰি আছে? চন্দ্ৰশেখৰে খৰকৈ যাবলৈ ধৰিলে। 'যদি বেমাৰত পৰি আছে ঈশ্বৰে শৈৱলিনীক আৰোগ্য কৰিব, স্বস্ত্যয়ন কৰিম। যদি বেমাৰ ভাল নহয়?' চন্দ্ৰশেখৰৰ

চকুৰ পানী ওলাল। ভাবিলে, 'ভগবানে মোৰ এই বয়সত এই ৰত্ন দান কৰি মোক আকৌ বঞ্চিত কৰিবনেকি ? সেইটোৱেই বা বিচিত্ৰ কি—মই জানো তেওঁৰ ইমান অনুগৃহীত যে তেওঁ মোৰ কপালত সুখৰ বাহিৰে দুখবিধান নকৰিব ? হয়তোবা ঘোৰতৰ দুখ মোৰ কপালত আছে। যদি গৈ দেখোঁ, শৈৱলিনী নাই ?— যদি গৈ শুনোগৈ যে, শৈৱলিনীয়ে উৎকট ৰোগত প্ৰাণত্যাগ কৰিছে ? তেতিয়া হলে মই জীয়াই নাথাকিম ? চন্দ্ৰশেখৰ অতি খৰকৈ খোজ কাঢ়ি যাবলৈ ধৰিলে। গাৱঁৰ ভিতৰ সোমাই দেখিলে, ওচৰচুবুৰীয়াই তেওঁৰ মুখলৈ অতি গম্ভীৰ ভাৱে চাই চাই আছে। সেই চোৱাৰ অৰ্থ তেওঁ বুজিব নোৱাৰিলে। লৰাবিলাকে তেওঁক দেখি মুখ লুকাই মনে মনে হাঁহিলে। কিছুমান দূৰে দূৰে থাকি তেওঁৰ পাচ ললে। প্ৰাচীনসকলে তেওঁক দেখি পিঠি দিলে। চন্দ্ৰশেখৰ বিস্মিত হ'ল—কোনো ফালে নাচাই নিজৰ ঘৰৰ দুৱাৰমুখত তেওঁ থিয় হ'লগৈ।

দুৱাৰ মৰা আছে। বাহিৰৰ পৰা দুৱাৰখন ঠেলিলত লগুৱাই বাহিৰৰ ঘৰটোৰ দুৱাৰখন মেলি দিলে। চন্দ্ৰশেখৰক দেখি লগুৱাটোৱে কান্দিবলৈ ধৰিলে। চন্দ্ৰশেখৰে সুধিলে, কি হৈছে ? লগুৱাটোৱে একো উত্তৰ নিদি কান্দি কান্দি আঁতৰি গ'ল।

চন্দ্ৰশেখৰে মনে মনে ইষ্ট দেৱতাক স্মৰণ কৰিলে। দেখিলে, চোতালত বাঢ়নি লগা নাই—চণ্ডীমণ্ডপত ধূলি উঠিছে। ঠায়ে ঠায়ে আধাপোৰা জেঁাৰ, ঠায়ে ঠায়ে ডাং আদি ভঙা। চন্দ্ৰশেখৰ অন্তঃপুৰৰ ভিতৰলৈ সোমাল। দেখিলে, সকলোবিলাক ঘৰৰ

দুৱাৰ বাহিৰৰ পৰা বন্ধ। দেখিলে, আলপৈচান ধৰা ছোৱালীজনী তেওঁক দেখি আঁতৰি গ'ল। শুনিবলৈ পালে, তাই ঘৰৰ কাজ পেলাই গৈ চিঞৰি চিঞৰি কান্দিছে। তেতিয়া চন্দ্ৰশেখৰে চোতালত থিয় হৈ উচ্চৈস্বৰে বিকৃতকণ্ঠেৰে মাতিলে। "শৈৱলিনী!"

কোনেও উত্তৰ নিদিলে; চন্দ্ৰশেখৰৰ বিকৃত কণ্ঠ শুনি চিঞৰি চিঞৰি কান্দি থকা ছোৱালীজনীও নিস্তব্ধ হ'ল।

চন্দ্ৰশেখৰে আকৌ মাতিলে। ঘৰৰ ভিতৰত সেই ধ্বনি প্ৰতিধ্বনিত হবলৈ ধৰিলে। কোনেও উত্তৰ নিদিলে।

তিমান পৰে শৈৱলিনীৰ চিত্ৰ-বিচিত্ৰ নাওখনৰ ওপৰত গঙ্গাম্বু-সঞ্চাৰিত-মৃদুপৱন-হিল্লোলিত হৈ ইংৰাজৰ ৰঙা নিছান উৰিছিল—নাৱৰীয়াবোৰে সাৰি-গান গাইছিল।

* * *

চন্দ্ৰশেখৰে সকলো শুনিলে।

তেতিয়া চন্দ্ৰশেখৰে যতনেৰে ঘৰত প্ৰতিষ্ঠা কৰা শালগ্ৰাম শিলা সুন্দৰীৰ পিতাকৰ ঘৰত থৈ আহিল। কাঁহি বাতি, কাপোৰ-কানি প্ৰভৃতি গৃহস্থীমানুহৰ দ্ৰব্যবোৰ দৰিদ্ৰ ওচৰচুবুৰীয়া বিলাকক মাতি আনি বিলাই দিলে। আবেলি পৰলৈকে এইবোৰ কামকে কৰিলে। আবেলি সময়ত নিজে পাঠ অধ্যায়ন কৰা বা অধ্যায়নৰ যোগ্য তেজৰ সমান প্ৰিয় গ্ৰন্থবিলাক এখন এখনকৈ আনি গোট খুৱালে। এখন এখনকৈ চোতালত সজালে—সজাই থাকোতে একো একোবাৰ কোনোবা এখন মেলি ললে,

আকৌ নৌ পঢ়োতেই বান্ধি পেলালে ; সকলোবোৰ চোতালত দ'ম খুৱাই সজাই ললে। সজাই লোৱাৰ পিচত তাত অগ্নি সংযোগ কৰিলে।

জুই জ্বলি উঠিল। পুৰাণ, ইতিহাস, কাব্য, অলঙ্কাৰ, ব্যাকৰণ ক্ৰমে ক্ৰমে সকলোবোৰকে জুইয়ে ধৰিলে ; মনু, যাজ্ঞবল্ক্য পৰাশৰ প্ৰভৃতি স্মৃতিগ্ৰন্থ ; ন্যায়, বেদান্ত, সাংখ্য প্ৰভৃতি দৰ্শন, কল্পসূত্ৰ, আৰণ্যক, উপনিষদ এখন এখনকৈ সকলোবোৰকে জুইয়ে পুৰি ছাই কৰি পেলালে। বহু যত্নেৰে সংগ্ৰহ কৰা, বহুকালৰ পৰা পাঠ কৰা, সেই অমূল্য গ্ৰন্থৰাশি ভস্মিভূত হৈ গল।

ৰাতি এক প্ৰহৰত গ্ৰন্থদাহ সমাপন কৰি, চন্দ্ৰশেখৰে খনিয়া কাপোৰ এখন মাত্ৰ গাত লৈ পৈতৃক মাটি ভেঁটি ত্যাগ কৰি গুচি গল। কলৈ গ'ল, কোনেও নেজানিলে—কোনেও নুসুধিলে।

# দ্বিতীয় খণ্ড

## পাপ

### প্ৰথম পৰিচ্ছেদ

### কুলচম্

"নাই, চৰায়ে নানাচে। তই এতিয়া তোৰ গল্পটো ক।"

দলনী বেগমে এই বুলি, যি ম'ৰাটোৱে নেনাচিলে তাৰ নেজত ধৰি টান মাৰিলে। নিজৰ হাতৰ হীৰা-খটোৱা বালা পাত খুলি লৈ আন এটা ম'ৰাৰ ডিঙিত পিন্ধাই দিলে। এটা মুখচোকা কাকাতুৱাৰ চকুৱে মুখে গোলাপৰ ফিচ্‌কাৰী দিলে। কাকাতুৱা-টোৱে 'বান্দী' বুলি গালি পৰিলে। এইষাৰ গালি স্বয়ং দলনীয়ে কাকাতুৱাটোক শিকাইছিল।

ওচৰতে এজনী লিগিৰীয়ে চৰাইবোৰক নচুৱাৰ চেষ্টা চাই আছিল, তাইকেই দলনীয়ে কলে, "এতিয়া তোৰ গল্প-ক।"

কুলচমে কলে, "গল্পনো আৰু কি ? হাতিয়াৰ পাতি বোজাই কৰা ছুখনি কিস্তি ঘাট চাপিছেহি। তাতে এজন ইংৰাজ পেছেঞ্জাৰ। সেই ছুই কিস্তি আটক পৰিছে। আলি ইব্ৰাহিম খাঁই কৈছে যে, "নাও মেলি দিয়া। সেইখন আটক কৰিবলৈ গলেই খামাখা ইংৰাজৰ লগত লড়াই হব।" গুৰগন খাঁই কয়, 'লড়াই লাগে লাগক, নাও নেৰো।'

দ। হাতিয়াৰ কলৈ গৈছে ?

কু। আজিমাবাদৰ * কুঠিলৈ গৈছে। লড়াই যদি লাগে আগেয়ে তাতে লগিব। তাৰ পৰা ইংৰাজবিলাক হঠাৎ বেদখল নহয় বুলি ভাবি তালৈ হাতিয়াৰ পঠিয়াইছে। এই কথাইতো দুৰ্গৰ ভিতৰত ৰাষ্ট্ৰ।

দ। তেনেহলে গুৰগন খাঁই আটক কৰিবলৈ বিচাৰিছে কিয় ?

কু। এই বুলি যে তাত ইমানবোৰ হাতিয়াৰ জমা হলে লড়াই 'ফতে' কৰা দুৰুহ হ'ব। শত্ৰুক বাঢ়িবলৈ দিয়া ভাল নহয়। আলি ইব্ৰাহিম খাঁই কয় যে, আমি যিহকে নকৰো কিয়, ইংৰাজক লড়াই কৰি কেতিয়াও জিনিব নোৱাৰিম। সেই দেখি আমাৰ লড়াই নকৰাটোৱেই স্থিৰ। পিচে নাও আটক কৰি কিয় লড়াই লগাওঁ ? পৰিণামত সেই কথাই সঁচা। ইংৰাজৰ হাতত ৰক্ষা নাই। কিজানি নৱাব চিৰাজদ্দৌলাৰ কাণ্ড আকৌ ঘটে।

দলনী বহুতপৰ চিন্তিত হৈ থাকিল। পিচত কলে, "কুলচম, তই এটা দুঃসাহসৰ কাম কৰিব পাৰিবি ?

কু। কি ? ইলীহী মাছ খাব লাগিবনে, নাই চেঁচা পানীৰে গা ধুব লাগিব ?

দ। গুচ্! তামাচা নহয়। গম পাবলৈ হলে আলিজাই তোকে মোকে হাতীৰ দুই ঠেঙৰ মাজত পেলাই দিব।

* পাটনা

কু। গম পালেহে? ইমানবোৰ আতৰ-গোলাপ, সোণৰূপ চুৰ কৰিলো। ক'তা, কোনেওতো গম নেপালে। মোৰ মনেৰে বোধ হয়, পুৰুষমানুহৰ চকু কেৱল মুখৰ শোভাৰ বাবে—তাৰে নেদেখে। কতা, পুৰুষমানুহে তিৰুতামানুহৰ চতুৰালি কেতিয়াবা গম পাইছে, এনেতো দেখা নাই।

দ। গুচ্। মই খোজা খানচামাবোৰৰ কথা কোৱা নাই। নৱাব আলিজা আন পুৰুষৰ দৰে নহয়, তেওঁ নজনাকৈ থাকিব পাৰে জানে?

কু। মই জানো হুলুকুৱাকৈ থাকিব পাৰোঁ? কি কৰিব লাগিব?

দ। এবাৰ গুৰগন্ খাঁলৈ এখন চিঠি পঠাব লাগিব। কুলচম বিস্ময়ত নীৰৱ হৈ ৰ'ল। দলনীয়ে সুধিলে "কি কৱ?"

কু। চিঠি কোনে দিব?

দ। মই।

কু। সেইটো কি? তুমি বলিয়া হৈছানেকি?

দ। প্ৰায়।

দুয়ো নীৰৱ হৈ বহি থাকিল। তেওঁবিলাকক নীৰৱ দেখি ম'ৰাচৰাই দুটাই নিজৰ নিজৰ বাহৰ দাঁড়ত থিয় হ'লগৈ। কাকা-তুৱাটোৱে অনৰ্থক চিঞৰ আৰম্ভ কৰিলে। আন আন চৰাইবোৰে আহাৰত মন দিলে।

কিছু সময়ৰ পিচত কুলচমে কলে, 'কথাটো অতি সামান্য, এজন খোজাক কিবা অলপ দিলেই সি এতিয়াই চিঠিখন দি

আহিবগৈ। কিন্তু এই কামটো বৰ টান। নৱাবে জানিব পাৰিলে দুয়ো মৰিম। যি হওক, তোমাৰ কাম তুমি জানা, মই দাসী, চিঠিখন, দিয়া আৰু কিছু নগদ দিয়া।"

পিচতে কুলচমে চিঠি লৈ গলগৈ। এই পত্ৰখনকে সূত্ৰ কৰি বিধাতাই দলনী আৰু শৈৱলিনীৰ অদৃষ্ট একেলগে গাঁথিলে।

## দ্বিতীয় পৰিচ্ছেদ

## গুৰ্‌গন্ খাঁ

যাৰ গুৰিলৈ দলনীৰ চিঠিখন গ'ল তেওঁৰ নাম গুৰ্‌গন্ খাঁ।

এই সময়ত বঙ্গদেশত যিসকল ৰাজপুৰুষ নিযুক্ত হৈ আছিল, তাৰ ভিতৰত গুৰ্‌গন খাঁই সৰ্ব্বশ্ৰেষ্ঠ আৰু সৰ্ব্বোৎকৃষ্ট ; তেওঁ জাতত আৰ্‌মানি, ইস্পাহান তেওঁৰ জন্মস্থান ; কথিত আছে যে, তেওঁ আগতে কাপোৰ-বেচোতা আছিল। কিন্তু তেওঁ অসাধাৰণ গুণবিশিষ্ট আৰু প্ৰতাপশালী ব্যক্তি আছিল। ৰাজকাৰ্য্যত নিযুক্ত হৈ তেওঁ অলপ সময়ৰ ভিতৰতে প্ৰধান সেনাপতিৰ পদ লাভ কৰিলে। কেৱল সেয়ে নহয়, সেনাপতি পদত অভিষিক্ত হৈ তেওঁ নতুন গোলন্দাজ সৈন্যৰ সৃষ্টি কৰিলে। ইউৰোপীয় প্ৰথা অনুসাৰে তেওঁবিলাকক সুশিক্ষিত আৰু সুসজ্জিত কৰিলে। বৰতোপ, বন্দুক যিবিলাক প্ৰস্তুত কৰালে, সেইবোৰ ইউৰোপত কৈ উৎকৃষ্টতৰ হবলৈ ধৰিলে। তেওঁৰ গোলন্দাজ সৈন্য সকলো প্ৰকাৰে ইংৰাজসকলৰ গোলন্দাজবিলাকৰ সমান হৈ উঠিল। মীৰ কাচিমৰ এনে ভৰসা আছিল যে, তেওঁ গুৰ্‌গন্ খাঁৰ সহায়ত ইংৰাজবিলাকক পৰাজয় কৰিব পাৰিব। গুৰ্‌গন্ খাঁৰ আধিপত্য ইয়াৰ অনুৰূপ হৈ উঠিল। তেওঁৰ পৰামৰ্শ নোলোৱাকৈ মীৰ কাচেমে কোনো কাম নকৰিছিল। তেওঁৰ পৰামৰ্শৰ বিৰুদ্ধে কোনোবাই কিবা ক'লে মীৰ কাচেমে তালৈ কাণ দিয়া নাছিল।

ফলত গুৰ্‌গন্‌খাঁ এজন সৰুসুবা নৱাব হৈ উঠিল। মুছলমান কাৰ্য্যাধ্যক্ষসকল এই বাবে বিৰক্ত হৈ উঠিল।

ৰাতি দ্বিতীয় প্ৰহৰ, কিন্তু গুৰ্‌গন্‌খাঁই শয্যা গ্ৰহণ কৰা নাই। অকলশৰে বন্তিৰ পোহৰত কিছুমান চিঠিপত্ৰ পঢ়ি আছিল। সেইবিলাক কলিকতাৰ কেইজনমান আৰমানিৰ চিঠি। চিঠি পঢ়া শেষ কৰি গুৰ্‌গন্‌খাঁই তেওঁৰ লগুৱাক মাতিলে। চোপদাৰ আহি থিয় হ'লত গুৰ্‌গন্‌খাঁই কলে, 'সকলোবিলাক দুৱাৰ মেলি থোৱা আছেনে ?"

চোপদাৰে কলে, "আছে।"

গুৰ্‌। যদি কোনোবা এতিয়া মোৰ ওচৰলৈ আহে—তেনে কোনেও তেওঁক যেন বাধা নিদিয়ে বা নোসোধে, তুমি কোন ? এই কথাটো বুজাই দিছানে ?

চোপদাৰে কলে, "হুকুম তামিল কৰা হৈছে।"

গুৰ্‌। আচ্ছা তুমি তফাৎ হৈ থাকা।

তেতিয়া গুৰ্‌গন্‌খাঁই চিঠি-পত্ৰবোৰ বান্ধি-কুন্ধি উপযুক্ত ঠাইত লুকাই থলে। মনে মনে কবলৈ ধৰিলে, এতিয়া কোন বাটেদি যাওঁ ? এই ভাৰতবৰ্ষ এখন সমুদ্ৰ বিশেষ—যি যিমানকৈ বুৰ দিব পাৰিব তেওঁ তিমানকৈ ৰতন বুটলিব পাৰিব। পাৰত বহি ঢৌ লেখিলে কি হব ? চোৱাঁ, মই গজেৰে জুনি কাপোৰ বেচিছিলোঁ—এতিয়া মোৰ ভয়ত ভাৰতবৰ্ষ অস্থিৰ ; ময়েই বঙ্গ-দেশৰ কৰ্ত্তা। মই বঙ্গদেশৰ কৰ্ত্তা ? কোন কৰ্ত্তা ? কৰ্ত্তা ইংৰাজ বেপাৰী—তাহাঁতৰ গোলাম মীৰ কাচেম ; মই কৰ্ত্তাৰ গোলামৰ

গোলাম। বৰ ডাঙৰ পদবী। মই বঙ্গদেশৰ কৰ্ত্তা নহওঁ কিয়? কোনে মোৰ বৰতোপৰ সমুখত থিয় হব পাৰে? ইংৰাজ! এবাৰ তোমাক পালে হয়। কিন্তু ইংৰাজক দেশৰ পৰা দূৰ কৰিব নোৱাৰিলে মই কৰ্ত্তা হব নোৱাৰিম। মই বঙ্গদেশৰ অধিপতি হ'ব খোজো—মই মীৰ কাচেমক গ্ৰাহ্য নকৰো। যিদিনাই ইচ্ছা কৰিম সেই দিনাই তাক মছনদৰ পৰা টানি আনি পেলাই দিম। সি কেৱল মোৰ উচ্চপদত আৰোহন কৰাৰ জখলা—এতিয়া মূধত উঠিলো, জখলা পেলাই দিব পাৰো; কণ্টক মাথোন পাপ ইংৰাজ, সিহঁতে মোক হস্তগত কৰিব খোজে—মই সিহঁতক হস্তগত কৰিব খোজো। সিহঁত মোৰ হস্তগত নহব। সেইদেখি মই সিহঁতক খেদাম। এতিয়া মীৰকাচেম মছনদত থাকক। তাৰ সহায় হৈ বঙ্গৰ পৰা ইংৰাজৰ নাম লোপ কৰিম। সেই বাবেই উদ্যোগ কৰি যুদ্ধ লগাইছো। পিচত মীৰকাচেমক বিদায় দিম। এই পথেই সজ পথ। কিন্তু আজি হঠাৎ চিঠি পালো কিয়? এই ছোৱালীজনী ইমান দুঃসাহসৰ কামত প্ৰবৃত্ত হল কিয়?

এই দৰে মনতে কৈ থাকোঁতে যাৰ কথা ভাবিছিল তেওঁ আহি সমুখত থিয় হল। গুৰ্‌গন্‌খাঁই তেওঁক বেলেগ আসনত বহুৱালে। তেওঁ দলনী বেগম।

গুৰ্‌গনখাঁই কলে, "আজি বহুতদিনৰ পিছত তোমাক দেখি বৰ ৰং পালো। তুমি নৱাবৰ অন্তঃপুৰলৈ প্ৰৱেশ কৰাৰ পৰা আৰু তোমাক দেখা নাই। কিন্তু এই দুঃসাহসিক কাৰ্য্য কিয় কৰিলা?"

দলনীয়ে কলে, "দুঃসাহসিক কিহত?"

গুব্‌গনখাঁই কলে, "তুমি নৱাবৰ বেগম হৈ ৰাতি গোপন-ভাৱে অকলশৰে পলাই মোৰ ওচৰলৈ আহিছা। এই কথাটো নৱাবে জানিব পৰিলে মোক তোমাক দুয়োকে বধ কৰিব।"

দ। যদি তেওঁ জানিবই পাৰে, তেতিয়া আপোনাৰে মোৰে যি সম্বন্ধ, তাক প্ৰকাশ কৰিম, তেতিয়া হলে খং কৰিবৰ আৰু কোনো কাৰণ নাথাকিব।

গুব্‌। তুমি ছোৱালী মানুহ, সেইদেখি এনে ভৰসা কৰিছা। ইমানদিন আমি এই সম্বন্ধ প্ৰকাশ কৰা নাই। তুমি যে মোক চিনি পোৱা বা মই যে তোমাক চিনি পাওঁ, এই কথাটো এতিয়া-লৈকে কোনেও প্ৰকাশ্য কৰা নাই—এতিয়া বিপদত পৰি প্ৰকাশ কৰিলে কোনে বিশ্বাস কৰিব? ক'ব এইটো কেৱল প্ৰাণ বচোৱাৰ উপায়। তুমি আহি ভাল কৰা নাই।

দ। নৱাবৰ জানিবৰ সম্ভাৱনা কি? পহৰৱালাবোৰ আপোনাৰ আজ্ঞাবাহী—আপুনি দিয়া নিদৰ্শন দেখা পাই মোক সিহঁতে এৰি দিছে। এটা কথা সুধিবৰ বাবে মই আহিছো—ইংৰাজৰ লগত যুদ্ধ হ'ব, এই কথাটো জানো সঁচা?

গুব্‌। এই কথাটো জানো তুমি দুৰ্গত বহি শুনিবলৈ নোপোৱা?

দ। পাওঁ। কিল্লাৰ ভিতৰত ৰাষ্ট্ৰ হৈ পৰিছে যে, ইংৰাজৰ লগত নিশ্চিত যুদ্ধ উপস্থিত আৰু এই যুদ্ধৰ অৱতাৰণা কৰিছে আপুনিয়েই।—কিয়?

গুব্‌। তুমি ছোৱালী মানুহ। সেইটো বুজিবা কেনেকৈ?

দ। মই ছোৱালীৰ দৰে কথা কৈছোঁ। নতুবা ছোৱালীৰ দৰে কাম কৰি আহিছো? মোক যেতিয়া আত্মসহায়ৰূপে নৱাবৰ অন্তঃপুৰত স্থাপন কৰিছে, তেনে স্থলত মোক ছোৱালী বুলি অগ্ৰাহ্য কৰিলে কি হ'ব?

গুৰ্। হওক বাৰু, ইংৰাজৰ লগত যুদ্ধ হলে তোমাৰ মোৰ ক্ষতি কি? হয় যদি হওকচোন।

দ। আপোনালোক জানো জয়ী হ'ব পাৰিব?

গুৰ্। আমাৰ সম্ভাৱনা জয়ৰেই।

দ—এতিয়ালৈকে ইংৰাজক কোনে জয় কৰিছে?

গুৰ্—ইংৰাজবিলাকে কেইজন গুৰ্গনখাঁৰ লগত যুদ্ধ কৰিছে?

দ—চিৰাজউদ্দৌলাই তাকে মনে মনে ভাবিছিল। যাওক—মই তিৰুতা মানুহ মোৰ মনে যিটো বুজিব পাৰে, মই তাকেই বিশ্বাস কৰো। মোৰ মনত এনে লাগিছে যে, কোনোমতেই আমি ইংৰাজৰ লগত যুদ্ধ কৰি জয়ী হ'ব নোৱাৰো। এই যুদ্ধত আমাৰেই সৰ্ব্বনাশ হ'ব। সেইবাবে আজি মই মিনতি কৰিবলৈ আহিছো, আপুনি এই যুদ্ধত প্ৰবৃত্ত নহয় যেন।

গুৰ্। এইবোৰ কামত তিৰুতাৰ পৰামৰ্শ অগ্ৰাহ্য।

দ। মোৰ পৰামৰ্শ গ্ৰাহ্য কৰিব লাগিব। মোক আপুনি ৰক্ষা কৰক। মই চাৰিওফালে এন্ধাৰ দেখিছো। এই বুলি দলনীয়ে কান্দিবলৈ ধৰিলে।

গুৰ্গন খাঁ বিস্মিত হ'ল; ক'লে, "তুমি কান্দিছা কিয়?

নহয় মীৰ কাচেম সিংহাসনচ্যুত হ'ল, মই তোমাক লগত লৈ দেশলৈ গুচি যাম।"

ক্রোধত দলনীৰ চকু জ্বলি লঠিল। খঙেৰে তেওঁ কলে, "তুমি এইটো পাহৰিছানেকি যে মীৰ কাচেম মোৰ স্বামী?"

গুৰ্‌গনখাঁই অলপ বিস্মিত, অলপ অপ্রতিভ হৈ কলে, "নাই, মই সেইটো পাহৰা নাই। কিন্তু কাৰো স্বামী চিৰকাল নাথাকে। এজন স্বামী গলে আৰু এজন স্বামী হ'ব পাৰে। মোৰ ভৰসা আছে, তুমি এদিন ভাৰতবৰ্ষত দ্বিতীয় নুৰজাহান হ'বা।"

দলনীয়ে খঙত কঁপি কঁপি গা তুলি উঠিল। বৈ যোৱা চকু পানী মচি চকুহুটি ডাঙৰ কৈ কান্দি কান্দি কবলৈ ধৰিলে, "তুমি নিপাত হোৱা। অশুভক্ষণত মই তোমাৰ ভনী হৈ জন্মগ্রহণ কৰিছিলো—অশুভক্ষণত মই তোমাৰ সহায়তাৰ বাবে প্রতিজ্ঞাবদ্ধ হৈছিলো। তিৰুতাৰ যে স্নেহ দয়া, ধৰ্ম্ম আছে, তাক তুমি নাজানা। যদি তুমি এই যুদ্ধৰ পৰামৰ্শৰ পৰা নিবৃত্ত হোৱা ভালেই, নহলে আজিৰ পৰা তোমাৰ লগত মোৰ সম্বন্ধ নাই। সম্বন্ধ নাই কিয়? আজিৰ পৰা তোমাৰ লগত মোৰ শত্রু সম্বন্ধ। মই জানিম যে, তুমিয়েই মোৰ পৰম শত্রু। তুমিও জানিবা, মই তোমাৰ পৰম শত্রু। এই ৰাজ অন্তঃপুৰত মই তোমাৰ পৰম শত্রু হৈ থাকিলো!"

এই বুলি দলনী বেগমে বেগেৰে পুৰীৰ পৰা ওলাই গুচি গ'ল।

দলনী ওলাই গ'লত গুৰগন্‌খাঁই চিন্তা কৰিবলৈ ধৰিলে। বুজিলে যে, দলনী আৰু এতিয়া তেওঁৰ নহয়, দলনী মীৰ কাচেমৰ

হ'ল। ভাতৃ বুলি তেওঁক স্নেহ কৰিলে কৰিব পাৰে, কিন্তু দলনী মীৰ কাচেমৰ প্ৰতি অধিক স্নেহৱতী। ভাতৃক স্বামীৰ অমঙ্গলাৰ্থী বুলি যেতিয়া বুজিব পাৰিছে বা বুজিব পাৰিব, তেতিয়া স্বামীৰ মঙ্গলৰ বাবে ভাতৃৰ অমঙ্গল কৰিব পাৰে। সেই দেখি আৰু দলনীক দুৰ্গৰ ভিতৰত সোমাবলৈ দিয়া কৰ্ত্তব্য নহয়। গুৰ্‌গন্‌খাঁই ভৃত্যক মাতিলে।

এজন অস্ত্ৰধাৰী মানুহ উপস্থিত হ'ল। গুৰ্‌গন্‌খাঁই তেওঁৰ দ্বাৰা আজ্ঞা প্ৰচাৰ কৰিলে, দলনীক প্ৰহৰীবিলাকে যেন দুৰ্গৰ ভিতৰত প্ৰৱেশ কৰিবলৈ নিদিয়ে।

অশ্বাৰোহণ কৰি দূত আগতে দুৰ্গৰ দুৱাৰ পালেগৈ। দলনী যথাসময়ত দুৰ্গৰ দুৱাৰত উপস্থিত হৈ শুনিলে, তেওঁৰ প্ৰৱেশ নিষিদ্ধ হৈ গৈছে।

এইটো শুনি দলনী ক্ৰমে ক্ৰমে ছিগি যোৱা লতাৰ দৰে মাটিত বহি পৰিল। চকুৰেদি লোতকৰ ধাৰ ব'লে। কলে, "ভাতৃ, মোৰ থিয় হ'বৰ বাবে ঠাই নাৰাখিলা।"

কুল্‌চমে কলে, "উভতি সেনাপতিৰ ঘৰলৈ ব'লা।" দলনীয়ে কলে, "তুমি যোৱা। গঙ্গাৰ তৰঙ্গৰ মাজত মোৰ ঠাই হ'ব।

সেই অন্ধকাৰ ৰাতি ৰাজপথত থিয় হৈ দলনীয়ে কান্দিবলৈ ধৰিলে। মূৰৰ ওপৰত নক্ষত্ৰ জ্বলি আছিল—তৰু ৰাশিত পৰা ফুলা কুসুমৰ গোন্ধ আহিছিল—অলপ মৃদু পৱনৰ হিল্লোলত অন্ধকাৰে আবৰি ধৰা তৰুবোৰৰ পাতবোৰে মৰ্ম্মৰধ্বনি কৰিছিল। দলনীয়ে কান্দি কান্দি কলে, "কুল্‌চম"!

## তৃতীয় পৰিচ্ছেদ

## দলনীৰ কি হ'ল ?

এজনী মাথোন লিগিৰী লগত লৈ ৰাজকুঁৱৰীৰে ৰাজবাটত থিয় হৈ কান্দিবলৈ লাগিল। কুলচমে সুধিলে, "এতিয়া কি কৰিব ?"

দলনীয়ে চকু মচি কলে, "আহা, এই গছৰ তলত থিয় হৈ থাকোঁ, ৰাতি পুৱাওক।"

কুল। এই ঠাইত ৰাতি পুৱালে আমি ধৰা পৰিম।

দ। সেইটোত ভয় কি ? মই কি দুষ্কৰ্ম্ম কৰিছো যে, মই ভয় কৰিম ?"

কু। আমি চোৰৰ দৰে পুৰীত্যাগ কৰি আহিছো। কিয় আহিছো, সেইটো তুমিয়ে জানা। কিন্তু মানুহে কি বুলি ভাবিব। নৱাবেওবা কি ভাবিব, সেইটো ভাবি চোৱাঁচোন।

দ। যিহকে মনত ভাবক, ঈশ্বৰেই মোৰ বিচাৰ কৰ্ত্তা— মই আন বিচাৰ নামানো। নহয় মাৰিম। ক্ষতি কি ?

কু। কিন্তু ইয়াত থিয় হৈ থাকি কোন কাম সিদ্ধি হ'ব ?

দ। ইয়াত থিয় হৈ থাকি ধৰা পৰিম—সেই উদ্দেশ্যতে ইয়াত থিয় হৈ থাকিম। ধৰা পৰাটোৱেই মোৰ কামনা। তেওঁ মোক কলৈ লৈ যাব ?

কু। দৰবাৰলৈ।

দ। গৰাকীৰ ওচৰলৈ ? মই তালৈকে যাব খোজো। অন্যঠাইলৈ মোৰ যাবৰ ঠাই নাই। তেওঁ যদি মোৰ বধৰ আজ্ঞা দিয়ে। তথাপি মৰণকালত তেওঁক ক'ব পাৰিম যে, মই নিৰপৰাধিনী। বৰং ব'লা, আমি ছুৰ্গদ্বাৰলৈ গৈ বহি থাকো— সেই ঠাইতেই সোনকালেই ধৰা পৰিম।

এনে সময়ত উভয়ে ভয়সহকাৰে দেখা পালে। আন্ধাৰৰ মাজেদি এটা দীৰ্ঘাকৃতি পুৰুষ-মূৰ্ত্তি গঙ্গাৰ পাৰলৈ আগবাঢ়িছে। তেওঁবিলাকক গছৰ তলৰ আন্ধাৰত গৈ লুকাল। পুনৰায় ভয়ে ভয়ে দেখিলে, দীৰ্ঘাকৃতি পুৰুষে গঙ্গাৰ পথ পৰিত্যাগ কৰি সেই আশ্ৰয় লোৱা গছজোপাৰ অভিমুখে আহিবলৈ ধৰিলে। এইটো দেখি তিৰুতা ছুগৰাকী আৰু আন্ধাৰৰ মাজত লুকাল।

দীৰ্ঘাকৃতি পুৰুষজন সেই ঠাইলৈকে আহিল। কলে, "ইয়াত তোমালোক কোন ?" এই কথা কৈ, তেওঁ যেন আপোনা আপুনি মৃছ স্বৰেৰে কলে, "মোৰ দৰে বাটে বাটে নিশা উজাগৰে থাকে এনে হতভগীয়া আৰু কোন আছে ?"

দীৰ্ঘাকৃতি পুৰুষজন দেখি তিৰুতাছুগৰাকীৰ মনত ভয় সোমাইছিল, কণ্ঠস্বৰ শুনি সেই ভয় দূৰ হ'ল। কণ্ঠ অতি মধুৰ —ছুখ আৰু দয়াৰে পৰিপূৰ্ণ। কুল্‌চমে কলে, "আমি তিৰুতা মানুহ। আপুনি কোন ?

পুৰুষে কলে, "আমি ? তোমালোক কেইজন ?"

কু। আমি ছুজন মাথোন।

পু। ইমান ৰাতি ইয়াত কি কৰিছা ?

তেতিয়া দলনীয়ে কলে, "আমি হতভাগিনী—আমাৰ দুখৰ কথা শুনি আপোনাৰ কি হ'ব ?

তেতিয়া আগন্তুকে কলে, "মই সামান্য ব্যক্তি ; সামান্য ব্যক্তিৰ দ্বাৰাও মানুহৰ উপকাৰ হব পাৰে। তোমালোক যদি বিপদগ্রস্ত হৈছা—সাধ্যানুসাৰে মই তোমালোকৰ উপকাৰ কৰিম।"

দ। আমাৰ উপকাৰ কৰা প্ৰায় অসাধ্য—আপুনি কোন ?

আগন্তুক কলে, "মই সামান্য ব্যক্তি—দৰিদ্ৰ ব্ৰাহ্মণ মাথোন। ব্ৰহ্মচাৰী।"

দ। আপুনি যেয়ে নহওক, আপোনাৰ কথা শুনি বিশ্বাস কৰিবৰ ইচ্ছা হৈছে। যি বুৰি মৰিছে, সি অৱলম্বনৰ যোগ্যতা অযোগ্যতা বিচাৰ নকৰে। কিন্তু যদি আমাৰ বিপদৰ কথা শুনিব খোজে, তেনে ৰাজবাটৰ পৰা দূৰলৈ বলক। ৰাতি কোন ক'ত আছে, কব নোৱাৰি। আমাৰ কথা সকলোৰে সাক্ষাতে কব নোৱাৰি।

তেতিয়া ব্ৰহ্মচাৰীয়ে কলে, "তেনে তোমালোক মোৰ লগত আহাঁ।" এইবুলি তেওঁ দলনী আৰু কুলচমক লগত লৈ নগৰৰ অভিমুখে যাত্ৰা কৰিলে। এটা ক্ষুদ্ৰ কুটীৰৰ সমুখত উপস্থিত হৈ দুৱাৰত কৰাঘাত কৰি 'ৰামচৰণ' বুলি মাতিলে। ৰামচৰণ আহি দুৱাৰ মেলি দিলে। ব্ৰহ্মচাৰীয়ে তেওঁক চাকি জ্বলাবলৈ কলে।

ৰামচৰণে প্ৰদীপ জ্বলাই ব্ৰহ্মচাৰীক সাষ্টাঙ্গে প্ৰণাম কৰিলে।

ব্ৰহ্মচাৰীয়ে তেতিয়া ৰামচৰণক কলে, “তুমি শয়ন কৰাগৈ।” এইকথা শুনি ৰামচৰণে এবাৰ দলনী আৰু কুল্‌চমৰ প্ৰতি দৃষ্টি-পাত কৰি গুচি গ’ল। কোৱা বাহুল্য যে, ৰামচৰণে সেই ৰাতি আৰু টোপনি যাব নোৱাৰিলে। ঠাকুৰজীয়ে ইমান ৰাতি দুগৰাকী তিৰুতা মানুহ লগত লৈ কিয় আহিল ? এই ভাবনাই তেওঁৰ প্ৰবল হ’ল। ব্ৰহ্মচাৰীক ৰামচৰণে দেৱতা বুলি ভাবিছিল —তেওঁক জিতেন্দ্ৰিয় বুলি জানিছিল—সেই বিশ্বাসৰ অৱসান নঘটিল। শেষত ৰামচৰণে সিদ্ধান্ত কৰিলে, “বোধহয় এই দুয়োগৰাকী তিৰুতা সম্প্ৰতি বিধবা হৈছে—এওঁ বিলাকক সহমৰণৰ প্ৰবৃত্তি দিবৰ বাবেই ঠাকুৰজীয়ে এওঁবিলাকক মাতি আনিছে—কি জ্বালা, কথাটো ইমান পৰে বুজিব পৰা নাছিলো ?”

ব্ৰহ্মচাৰীয়ে এখন আসনত উপবেশন কৰিলে—তিৰুতা দুগৰাকীয়ে ভূমি আসনতে বহিল। প্ৰথমে দলনীয়ে আত্ম-পৰিচয় দিলে। পিছত দলনীয়ে ৰাতিৰ ঘটনাবোৰ অকপটে বিবৃত কৰিলে।

ব্ৰহ্মচাৰীয়ে শুনি মনে মনে ভাবিলে, “ভৱিতব্য কোনে খণ্ডাব পাৰে ? যি ঘটিবলগীয়া সি অৱশ্যই ঘটিব। সেই বুলি পুৰুষ-কাৰক অৱহেলা কৰা কৰ্ত্তব্য নহয়। যি কৰ্ত্তব্য সেইটো অৱশ্যে কৰিম।”

হায় ! ব্ৰহ্মচাৰী ঠাকুৰ ! গ্ৰন্থবোৰ কিয় পুৰিলা ? সকলো গ্ৰন্থ ভস্ম হয়, হৃদয়-গ্ৰন্থতো ভস্ম নহয়। ব্ৰহ্মচাৰীয়ে দলনীক কলে, “মোৰ পৰামৰ্শ এই যে, আপুনি অকস্মাৎ নৱাবৰ সমুখত

উপস্থিত নহব। প্ৰথমে চিঠিৰ দ্বাৰা তেওঁক সবিশেষ বৃত্তান্ত অবগত কৰাওক। যদি আপোনাৰ প্ৰতি তেওঁৰ স্নেহ থাকে, তেনে অৱশ্যে আপোনাৰ কথা তেওঁ বিশ্বাস কৰিব। পিচত তেওঁৰ আজ্ঞা পালে সমুখত উপস্থিত হ'ব।"

দ। পত্ৰ লৈ যাব কোন ?

ব্ৰ। মই পঠাই দিম।

তেতিয়া দলনীয়ে কাগজ কলম বিচাৰিলে। ব্ৰহ্মচাৰীয়ে ৰামচৰণক আকৌ তুলিলে। ৰামচৰণে কাগজ কলম ইত্যাদি আনি থৈ গল। দলনীয়ে চিঠি লেখিবলৈ ধৰিলে।

ব্ৰহ্মচাৰীয়ে সিমান পৰে কবলৈ ধৰিলে। "এই ঘৰটো মোৰ নহয় ; কিন্তু যেতিয়ালৈকে ৰাজ আজ্ঞা প্ৰাপ্ত নহয়, তেতিয়ালৈকে ইয়াতেও থাকক—কোনেই জানিব নোৱাৰিব, বা কোনেও কোনো কথা নোসোধে। অগত্যা তিৰুতা তুগৰাকী সম্মত হ'ল। চিঠিলেখা সমাপ্ত হলত দলনীয়ে সেইখন ব্ৰহ্মচাৰীৰ হাতত দিলে। তিৰুতা তুগৰাকী থকাৰ বিষয়ে ৰামচৰণক উপযুক্ত উপদেশ দি ব্ৰহ্মচাৰীয়ে চিঠিখন লৈ গলগৈ। মুঙ্গেৰৰ যিসকল ৰাজকৰ্ম্মচাৰী হিন্দু, ব্ৰহ্মচাৰী তেওঁবিলাকৰ গুৰিত যথাৰ্থ পৰিচিত আছিল। মুছলমানসকলেও তেওঁক চিনি পাইছিল। সেইদেখি সকলো কৰ্ম্মচাৰীয়েই তেওঁক মানিছিল।

মুন্সী ৰামগোবিন্দ ৰায়ে ব্ৰহ্মচাৰীক বিশেষ ভক্তি কৰিছিল। ব্ৰহ্মচাৰীয়ে সূৰ্য্যোদয়ৰ পিচতে মুঙ্গেৰৰ তুৰ্গৰ ভিতৰলৈ সোমাল ; আৰু ৰামগোবিন্দৰ লগত সাক্ষাৎ কৰি দলনীৰ চিঠি তেওঁৰ হাতত

দিলে। কলে, "মোৰ নাম নকবা ; এজন ব্ৰাহ্মণে চিঠিখন লৈ আহিছে, এইদৰে কবা।" মুন্সীয়ে কলে, 'আপুনি উত্তৰৰ বাবে কাইলৈ আহিব।" কাৰ চিঠি, সেইটো মুন্সীয়ে একো নেজানিলে ব্ৰহ্মচাৰীয়ে পুনৰায়, পূৰ্ব্বে বৰ্ণনা কৰা ঘৰলৈ প্ৰত্যাৱৰ্ত্তন কৰিলে। দলনীৰ লগত সাক্ষাৎ কৰি কলে, "কাইলৈ উত্তৰ আহিব। কোনোপ্ৰকাৰে আজি কাল যাপন কৰা।"

ৰামচৰণে ৰাতিপুৱা আহি দেখিলে, সহমৰণৰ কোনো উদ্যোগেই নাই।

এই ঘৰটোৰ ওপৰভাগত আন এজন মানুহ শুই আছে। এই ঠাইত তেওঁৰ অলপমান পৰিচয় দিবলগীয়া হল। তেওঁৰ চৰিত্ৰ লেখোঁতে লেখোঁতে শৈৱলিনী-কলুষিতা মোৰ এই লেখনী পুণ্যময়ী হ'ব।

## চতুৰ্থ পৰিচ্ছেদ

# প্ৰতাপ

সুন্দৰীয়ে বৰ খং কৰিয়েই শৈৱলিনীৰ বজৰাৰ পৰা গুচি আহিছিল। গোটেই বাটটো স্বামীৰ ওচৰলৈকে শৈৱলিনীক গালি পাৰি পাৰি আহিছিল। কেতিয়াবা "অভাগী", "হত চিৰিহঁতী" কেতিয়াবা "জহনীযাতী" ইত্যাদি প্ৰিয় সম্বোধনেৰে শৈৱলিনীক অভিহিত কৰি স্বামীৰ কৌতুকবৰ্দ্ধন কৰি আহিছিল। ঘৰলৈ আহি বহুতো কান্দিলে। তাৰ পিচত চন্দ্ৰশেখৰ আহি দেশ-ত্যাগী হৈ গ'ল। তাৰ পিচত কিছুদিন এইদৰেই গ'ল। শৈৱলিনীৰ বা চন্দ্ৰশেখৰৰ কোনো সম্বাদ পোৱা নগল। তেতিয়া সুন্দৰীয়ে ঢাকাই শাড়ী পিন্ধি গহনাৰে গাটো সজাবলৈ লাগিল।

আগতেই কৈছো, সুন্দৰী চন্দ্ৰশেখৰৰ ওচৰ চুবুৰীয়াৰ ছোৱালী আৰু সম্বন্ধত ভনী। তেওঁৰ পিতাক তেনেই অসঙ্গতশালী নহয়। সুন্দৰীয়ে সচৰাচৰ পিতৃগৃহত থাকে। তেওঁৰ স্বামী শ্ৰীনাথ, প্ৰকৃততে ঘৰজোঁৱাই নহৈও কেতিয়াবা কেতিয়াবা শহুৰেকৰ ঘৰত আছিলহি। শৈৱলিনীৰ বিপদৰ কালত যে শ্ৰীনাথ বেদগ্ৰামত আছিল, তাৰ পৰিচয় আগতে দিয়া হৈছে। সুন্দৰীয়েই ঘৰৰ ঘৈণী। তেওঁৰ মাক ৰুগীয়া আৰু অকৰ্ম্মন্য। সুন্দৰীৰ আৰু এগৰাকী কনিষ্ঠা ভনীয়েক আছিল ; তেওঁৰ নাম ৰূপহী। ৰূপহী শহুৰেকৰ ঘৰতেই আছিল।

সুন্দৰীয়ে ঢাকাই শাড়ী পিন্ধি অলঙ্কাৰেৰে গাটো সজাই পিতাকক কলে, "মই ৰূপহীক চাবলৈ যাম—তেওঁৰ বিষয়ে বৰ বেয়া সপোন দেখিছো"। সুন্দৰীৰ পিতা কৃষ্ণকমল চক্ৰৱৰ্ত্তী জীয়েকৰ বশীভূত। অলপ অচৰপ আপত্তি কৰি সম্মত হ'ল। সুন্দৰী, ৰূপহীৰ শহুৰেকৰ ঘৰলৈ গ'ল—শ্ৰীনাথ নিজৰ ঘৰলৈ গলগৈ।

ৰূপহীৰ স্বামী কোন? সেই প্ৰতাপ! শৈৱলিনীক বিয়া কৰোৱাৰ পিচত, ওচৰচুবুৰীয়াৰ ঘৰৰ লৰা প্ৰতাপক চন্দ্ৰশেখৰে সদায় দেখিবলৈ পাইছিল। চন্দ্ৰশেখৰ প্ৰতাপৰ চৰিত্ৰ দেখি অতিশয় প্ৰীত হৈছিল। সুন্দৰীৰ ভনীয়েক ৰূপহীৰ বয়স হ'লত তেওঁক প্ৰতাপলৈ বিয়া কৰালে, কেৱল সেয়েই নহয়। চন্দ্ৰশেখৰ কাচেম আলি খাঁৰ শিক্ষাদাতা;—তেওঁৰ গুৰিত বিশেষ চিনাকি। চন্দ্ৰশেখৰে নৱাবৰ চৰকাৰত প্ৰতাপক এটা চাকৰী দিয়ালে। প্ৰতাপে নিজৰ গুণত দিনে দিনে উন্নতি লাভ কৰিবলৈ ধৰিলে। এতিয়া প্ৰতাপ জমিদাৰ। তেওঁৰ বৃহৎ অট্টালিকা—আৰু দেশ-বিখ্যাত নাম। সুন্দৰীৰ পাল্কি তেওঁৰ হাউলীৰ ভিতৰলৈ সোমাল। ৰূপহীয়ে তেওঁক দেখি প্ৰণাম কৰি, আদৰ সাদৰ কৰি ঘৰলৈ লৈ গ'ল। প্ৰতাপ আহি খুলশালীয়েকক ৰহস্য সম্ভাষণ কৰিবলৈ ধৰিলে।

পিচত আজৰি সময়ত প্ৰতাপে সুন্দৰীক বেদগ্ৰামৰ সকলো কথা সুধিলে। অইন কথা পতাৰ পিচত চন্দ্ৰশেখৰৰ কথা সুধিলে।

সুন্দৰীয়ে কলে। "মই সেই কথা কবলৈকে আহিছো, কওঁ শুনা।"

এই বুলি সুন্দৰীয়ে চন্দ্ৰশেখৰ-শৈৱলিনীৰ নিৰ্ব্বাসন-বৃত্তান্ত বহলাই বিবৃত কৰিলে। কথা শুনি, প্ৰতাপ বিস্মিত আৰু স্তব্ধ হ'ল।

অলপ পিচতে মূৰ দাঙি, প্ৰতাপে অলপ টানমাতেৰে সুন্দৰীক কলে, "ইমান দিনে মোক এই কথাটো জানিবলৈ দিয়া নাছিলা কিয় ?"

সু। কিয়, তোমাক কলে কি হ'ব ?

প্ৰ। কি হ'ব ? তুমি তিৰুতা মানুহ, তোমাৰ ওচৰত বৰাই নকৰো। মোলৈ খবৰ পঠালে অলপ উপকাৰ হলহেঁতেন।

সু। তুমি উপকাৰ কৰিবানে নাই, সেইটো জানিম কেনেকৈ।

প্ৰ। কিয়, তুমি নাজানানে—মোৰ সৰ্ব্বস্ব চন্দ্ৰশেখৰৰ পৰাহে।

সু। জানো। কিন্তু শুনিছো, মানুহ ৰৰমানুহ হ'লে আগৰ কথা পাহৰি যায়।

প্ৰতাপৰ খং উঠি, অধীৰ আৰু নিৰ্ব্বাহ হৈ উঠি গ'ল। খং দেখি সুন্দৰীৰ বৰ আনন্দ হ'ল।

পিচদিনা প্ৰতাপে এটা ৰান্ধনী আৰু এটা মাথোন লগুৱা লগত লৈ মুঙ্গেৰলৈ যাত্ৰা কৰিলে। লগুৱাটোৰ নাম ৰামচৰণ। প্ৰতাপ কলৈ গৈছে, এইটো কাকো নকলে। মাথোন ৰূপহীক

কৈ গ'ল। "মই চন্দ্ৰশেখৰ শৈৱলিনীৰ সন্ধানত ওলালো ; সন্ধান নোপোৱাকৈ উভতি নাহো।"

যিটো ঘৰত ব্ৰহ্মচাৰীয়ে দলনীক থৈ গৈছিল, মুঙ্গেৰত সেই-টোৱেই প্ৰতাপৰ ঘৰ।

সুন্দৰীয়ে কিছুদিন ভনীয়েকৰ লগত থাকি, হেঁপাহ পলুৱাই লৈ, শৈৱলনীক গালি পাৰিবলৈ ধৰিলে। ৰাতিপুৱা, দুপৰীয়া, সুন্দৰীয়ে ৰূপহীৰ আগত প্ৰমাণ কৰিবলৈ আৰম্ভ কৰিলে যে শৈৱলিনীৰ নিচিনা পাপিনী, হতভাগিনী আৰু পৃথিৱীত ওপজা নাই। এদিন ৰূপহীয়ে কলে, "সেইবোৰ বাৰু সঁচা। তেনে তুমি তাইৰ বাবে ইমান ধৰফৰ কৰি মৰিছা কিয় ?"

সুন্দৰীয়ে কলে, "তাইৰ মূৰটো খাম বুলি— তাইক যমৰ নগৰলৈ পঠাম বুলি—তাইৰ মুখত জুই দিম বুলি" ইত্যাদি ইত্যাদি।

ৰূপহীয়ে কলে, "বাই, তই বৰ দন্দুৰী।"

সুন্দৰীয়ে উত্তৰ দিলে, "তাইহে মোক দন্দুৰী কৰিলে।"

## পঞ্চম পৰিচ্ছেদ

# গঙ্গাৰ পাৰত

কলিকতাৰ কাউন্সিলে থিৰ কৰিছিল, নৱাবৰ লগত যুদ্ধ কৰিব। সম্প্ৰতি আজিমাবাদৰ কুঠীলৈ কিছুমান অস্ত্ৰ শস্ত্ৰ পঠোৱাৰ আৱশ্যক। সেইবাবে এখন নাৱত অস্ত্ৰ শস্ত্ৰ বোজাই দিলে।

আজিমাবাদৰ অধ্যক্ষ ইলিচ্ চাহাবলৈ কিছু পৰিমাণে গুপ্ত পৰামৰ্শ দি পঠোৱা আৱশ্যক হ'ল। আমিয়ট চাহাবে নৱাবৰ লগত ঘটা গোলমাল মিটাবৰ কাৰণে মুঙ্গেৰত আছেহি—তাত তেওঁ কি কৰিছে, কি বুজিব পাৰিছে, সেইটো নজনাকৈ ইলিচক কোনো প্ৰকাৰৰ খাতাং পৰামৰ্শ দিব নোৱাৰি। সেইবাবে এজন চতুৰ কৰ্ম্মচাৰীক তালৈ পঠোৱাৰ আৱশ্যক হ'ল। তেওঁ আমিয়টৰ লগত সাক্ষাৎ কৰি তেওঁৰ পৰামৰ্শ গ্ৰহণ কৰি ইলিচৰ গুৰিলৈ যাব আৰু কলিকতাৰ কাউন্সিলৰ অভিপ্ৰায় আৰু আমিয়টৰ অভিপ্ৰায় তেওঁক বুজাই দিব।

এইবোৰ কামৰ বাবে গৱৰ্ণৰে বান্সিটাৰ্ট ফষ্টৰক পুৰন্দৰৰ পৰা আনিলে। তেওঁ অস্ত্ৰশস্ত্ৰ বোজাই কৰা নাওখন তদাৰক কৰি লৈ যাব আৰু আমিয়টৰ লগত সাক্ষাৎ কৰি পাটনালৈ যাব। সেইদেখি ফষ্টৰ কলিকতালৈ আহিয়েই পশ্চিমলৈ যাত্ৰা কৰিব-লগীয়া হ'ল। তেওঁ এইবোৰ বৃত্তান্তৰ সম্বাদ আগবে পৰাই

পাইছিল। এই কাৰণে শৈৱলিনীক আগতে মুঙ্গেৰলৈ পঠাইছিল ফষ্টৰে বাটৰ মাজতে শৈৱলিনীক ধৰিলে।

ফষ্টৰে অস্ত্ৰশস্ত্ৰ বোজাই কৰা নাও আৰু শৈৱলিনীৰ সৈতে আহি মুঙ্গেৰ পাই ঘাটত নাও বান্ধিলে। আমিয়টৰ লগত সাক্ষাৎ কৰি বিদায় ললে, কিন্তু এনে সময়ত গুৰ্‌গন্‌খাঁই নাওখন আটক কৰিলে। তেতিয়া আমিয়টৰ লগত নৱাবৰ বাদানুবাদ আৰম্ভ হ'ল। আজি আমিয়টৰ লগত ফষ্টৰৰ এই কথা স্থিৰ হ'ল যে, যদি নৱাবে নাওখন এৰি দিয়ে, ভালেই ; নহলে কাইলৈ ৰাতি-পুৱা ফষ্টৰে অস্ত্ৰশস্ত্ৰ বোজাই কৰা নাওখন এৰি থৈ পাটনালৈ গুচি যাব।

ফষ্টৰৰ দুখন নাও মুঙ্গেৰৰ ঘাটত বন্ধা আছে। এখন দেশীয় মাৰনাও—আকাৰত বৰ ডাঙৰ—আৰু ইখন বজৰা। মাৰৰ ওপৰত কেইজনমান নৱাবৰ চিপাহীয়ে পহৰা দিছে। পাৰতো কেইজনমান চিপাহী। এই খনতেই অস্ত্ৰ বোজাই কৰা আছে— এইখনকেই গুৰ্‌গন্‌খাঁই আটক কৰিব খুজিছে।

বজৰাখনত অস্ত্ৰ বোজাই নাই। সেইখন মাৰনাওখনৰ পৰা পঞ্চাশ হাতমান দূৰৈত আছে। তাত কোনো নৱাবৰ পহৰাদাৰ নাই। বজৰাৰ মূধৰ ওপৰত উঠি এজন 'তেলিঙা' নামৰ ইংৰাজৰ চিপাহীয়ে বহি বহি নাও পহৰা দি আছিল।

ৰাতি দুপৰ। এন্ধাৰ ৰাতি, কিন্তু নিৰ্ম্মল। বজৰাত থকা পহৰাৱালাবোৰে এবাৰ উঠিছে, এবাৰ বহিছে, এবাৰ টোপনিত জপক জপক কৰি টোপনিয়াইছে। পাৰত এডৰা কঁহুৱা বন।

তাৰ আঁৰত থাকি এজন মানুহে কাৰোবাক চাই আছিল। এই চাই থকা মানুহজন স্বয়ং প্ৰতাপ ৰায়।

প্ৰতাপ ৰায়ে দেখিলে, প্ৰহৰীয়ে টোপনিত বৰশী বাইছে। তেতিয়া প্ৰতাপ ৰায় আহি লাহে লাহে পানীত নামিলহি। প্ৰহৰীয়ে পানীত শব্দ শুনি সেই দৰে বৰশী বাই বাই থাকি মাত মাতিলে, "হুকুমদাৰ।" প্ৰতাপ ৰায়ে একো উত্তৰ নিদিলে। প্ৰহৰীয়েও বৰশী বাবলৈ ধৰিলে। নাৱৰ ভিতৰত ফষ্টৰ সতৰ্ক হৈ সাৰে আছিল। তেওঁ প্ৰহৰীৰ মাতযাৰ শুনি বজৰাৰ মাজৰ পৰা ইফালে সিফালে চাবলৈ ধৰিলে। দেখিলে, এজনে গা ধুবলৈ পানীত নামিছে।

এনে সময়ত কঁহুৱা বনৰ মাজৰ পৰা অকস্মাৎ বন্দুকৰ শব্দ হ'ল। বজৰাত থকা প্ৰহৰী গুলী খাই আহত হৈ পানীত পৰি গ'ল। প্ৰতাপে তেতিয়া য'ত নাৱৰ ছাঁটো পৰি এন্ধাৰ কৰি থৈছিল, তালৈ আহি ওঁঠলৈকে পানীত বুৰ মাৰি থাকিল।

বন্দুকৰ শব্দ হোৱা মাত্ৰকে, মাৰনাৱৰ চিপাহীবোৰে কিয়া হৈ ৰে?" বুলি গোলমাল কৰি উঠিল। নাৱৰ আনবিলাক মানুহ সাৰ পাই উঠিল। ফষ্টৰে বন্দুক হাতত লৈ বাহিৰ ওলাল।

লৰেন্স ফষ্টৰ বাহিৰলৈ আহি চাৰিওফালে ইতস্ততঃ নিৰীক্ষণ কৰিবলৈ ধৰিলে। দেখিলে, তেওঁৰ "তেলিঙা" প্ৰহৰী অন্তৰ্হিত হৈছে—নক্ষত্ৰৰ পোহৰত দেখিলে, তাৰ মৰাশটো ওপঙিছে। প্ৰথমে মনে মনে ভাবিলে, নৱাবৰ চিপাহীবোৰে মাৰিলে—কিন্তু

তেতিয়াই কঁহুৱাবনৰ পিনে অলপ ধোঁৱা দেখা পালে। আৰু দেখিলে, তেওঁৰ লগৰ দ্বিতীয়খন নাৱৰ মানুহবোৰে বৃত্তান্তটো কি জানিবৰ বাবে উদ্‌গ্ৰীৱ হৈ উঠিছে। আকাশত নক্ষত্ৰ জ্বলিছে; গঙ্গাৰ পাৰত শ শ বৃহৎ বৃহৎ নাৱৰ শাৰী। এন্ধাৰ টোপনি-মগন ৰাক্ষসীৰ দৰে হাত ভৰি কোঁচাই বহি আছে—কল কল শব্দেৰে অনন্তপ্ৰবাহিনী গঙ্গা বৈ যাব লাগিছে। সেই সোঁতত প্ৰহৰীৰ শ' ওপঙি গৈছে। পলকৰ ভিতৰতে ফষ্টৰে এইবোৰ দেখিলে।

কঁহুৱা বনৰ ওপৰত অলপীয়াকৈ পাতল ধোঁৱাৰ ৰেখা দেখা পাই, ফষ্টৰে নিজৰ হাতত থকা বন্দুকটো দাঙি সেই বনলৈকে টোঁৱাইছিল, ফষ্টৰে স্পষ্টকৈ বুজিব পাৰিছিল যে, এই বনৰ মাজতে শত্ৰু লুকাই আছে। এইটোও বুজিছিল যে শত্ৰু অদৃশ্য ভাৱে থাকি প্ৰহৰীটোক বধ কৰিলে, সি এতিয়াই তেওঁকো বধ কৰিব পাৰে। কিন্তু তেওঁ ভাৰতবৰ্ষলৈ পলাশীৰ যুদ্ধৰ পিচত আহিছিল; দেশীয় মানুহে যে ইংৰাজলৈ গুলী টোঁৱাব, এই কথা তেওঁ ভাবিব নোৱাৰিলে। বিশেষকৈ ইংৰাজ হৈ যি দেশীয় শত্ৰুক ভয় কৰিব—তেওঁৰ মৃত্যুয়েই ভাল। ইয়াকে ভাবি তেওঁ তাতে থিয় হৈ বন্দুক দাঙি লৈছিল; কিন্তু সেই মুহূৰ্ত্ততে কঁহুৱা বনৰ ভিতৰত অগ্নিশিখা জ্বলি উঠিল আৰু বন্দুকৰ শব্দ হ'ল—ফষ্টৰে মূৰত আঘাত পাই, প্ৰহৰীটোৰ দৰে গঙ্গাৰ সোঁতত পৰিল। তেওঁৰ হাতত থকা বন্দুক সশব্দে নাৱৰ ওপৰতে পৰিল।

প্ৰতাপে সেই সময়ৰ ভিতৰতে, কঁকালৰ ফাঁকৰ পৰা

মিত্ খন উলিয়াই, বজৰা বান্ধি থোৱা ৰছিবোৰ কাটি পেলালে। তাত পানী তাকৰ, সোঁত কম বুলি নাবিকবিলাকে লঙ্গৰ পেলোৱা নাছিল। পেলালেও খৰটকীয়া হাতৰ, বলী প্ৰতাপৰ বিশেষ বিঘিনি একো নহলহেঁতেন। প্ৰতাপে একে জাপতে বজৰাৰ ওপৰলৈ উঠিল।

এই ঘটনাখিনি বৰ্ণাবৰ বাবে যিমান সময় লাগিছে, তাৰ এশভাগৰ এভাগ সময়ৰ ভিতৰতে এই সকলোবোৰ কাৰ্য্য সম্পন্ন হ'ল। প্ৰহৰীৰ পঞ্চত্ব প্ৰাপ্ত, ফষ্টৰৰ বাহিৰলৈ ওলাই অহা, তেওঁৰ পঞ্চত্ব প্ৰাপ্ত আৰু প্ৰতাপে জাপ মাৰি নাৱত উঠা, এইবোৰ হবলৈ যিমান সময় লাগিছিল সেই সময়ৰ ভিতৰত দ্বিতীয় খন নাৱৰ মানুহ বজৰাৰ ওচৰলৈ আহিব পৰা নাছিল। কিন্তু তেওঁবিলাকো আহিল।

আহি দেখিলে, নাওখন প্ৰতাপৰ বুদ্ধিকৌশলৰ বাবে পাৰৰ পৰা আঁতৰি গৈছে। এজনে সাঁতুৰি নাওখন ধৰিবলৈ গ'ল, প্ৰতাপে এডাল লগি দাঙি লৈ তেওঁৰ মূৰত মাৰ সোধালে, মাৰ খাই মানুহটো উভতি গ'ল। আৰু কোনো আগবাঢ়ি নাহিল। সেই লগিডালেৰে তলৰ মাটি ছুব পাৰি প্ৰতাপে নাওখন ঠেলি নিলে। নাওখন পাক ঘূৰি বেচি দ'লৈ গৈ বেগাই পূব ফালে কাঁড় যোৱাদি যাবলৈ ধৰিলে।

লগি হাতত লৈ প্ৰতাপে উভতি চাই দেখিলে, আৰু এজন 'তেলিঙা' চিপাহী নাৱৰ ছৈৰ ওপৰত আঁঠুকাঢ়ি লৈ বন্দুক দাঙি লৈছে। প্ৰতাপে লগিডাল ওভোতাই লৈ চিপাহীৰ

হাতত মাৰ সোধালে ; চিপাহীটোৰ হাত অৱশ হ'ল—বন্দুক পৰি গ'ল। প্ৰতাপে সেই বন্দুকটো তুলি ললে। ফষ্টৰৰ হাতৰ পৰা সৰি পৰা বন্দুকটোও তুলি ললে। তেতিয়া তেওঁ নাৱত থকা সকলোকে ডাঙৰকৈ কলে, শুনা মোৰ নাম প্ৰতাপ ৰায়। নৱাবেও মোক ভয় কৰে। এই দুটা বন্দুক আৰু লগিৰ মাৰি—বোধকৰোঁ, তোমালোক আটাইকেইজনকে অকলৈয়ে সিফলীয়া কৰিব পাৰো। তোমালোকে যদি মোৰ কথা শুনা, তেনে কাকো একো নকৰো, মই গুৰি ধৰিবলৈ যাওঁ, নাৱৰীয়াবিলাকে ডাঁৰ মাৰক। আৰু আন আন বিলাক যি য'ত যেনেকৈ আছে সেইদৰে থাকক। লৰচৰ কৰিলেই মৰিবা—নচেৎ একো শঙ্কা নাই।"

এই বুলি প্ৰতাপ ৰায়ে নাৱৰীয়াবিলাকক একোটাকৈ লগিৰ খোছ দি তুলি দিলে। সিহঁত ভয়ত কোঁচমোচ খাই ডাঁৰ হাতত ললে। প্ৰতাপ ৰায়ে গৈ নাৱৰ গুৰি ধৰিলে। কোনেও আৰু একো মুখেৰে নেমাতিলে। নাও বেগাই যাবলৈ ধৰিলে। মাৰ নাওখনৰ পৰা দুই এজাঁই বন্দুকৰ শব্দ হ'ল, কিন্তু কাক লক্ষ্য কৰিব লাগিব, নক্ষত্ৰৰ পোহৰত তাৰ কোনেও একো উৱাদিহ নেপালত সেইবোৰ শব্দ তেতিয়াই মাৰ গ'ল।

তেতিয়া মাৰ নাৱৰ পৰা কেইজনমান মানুহ বন্দুক লৈ এখন তুলুঙা নাৱত উঠি বজৰাখন ধৰিবলৈ আহিল। প্ৰতাপে প্ৰথমে একো নকলে, সিহঁত ওচৰ চাপিলত, দুয়োটা বন্দুককে সিহঁতলৈ লক্ষ্য কৰি গুলী এৰিলে। দুজন মানুহ আহত

হ'ল। বাকীখিনিয়ে ভয় খাই, তুলুঙানাও ঘূৰাই লৈ পলায়ন কৰিলে।

কঁহুৰা বনত লুকাই থকা ৰামচৰণে, প্ৰতাপক নিষ্কণ্টক হোৱা দেখি আৰু মাৰনাৰৰ চিপাহীবোৰে কঁহুৰাবন পিত-পিতাবলৈ আহিছে দেখি লাহে লাহে আঁতৰ হৈ গ'ল।

## ষষ্ঠ পৰিচ্ছেদ

# বজ্ৰাঘাত

সেই নৈশ-গঙ্গা বিচাৰিণী তৰণীৰ মাজত নিদ্ৰাৰ পৰা সাৰ পাই উঠিল—শৈৱলিনী।

বজৰাৰ ভিতৰত দুটা খোটালি—এটাত ফষ্টৰ আছিল, আৰু আনটোত শৈৱলিনী আৰু তেওঁৰ লিগিৰী। শৈৱলিনী এতিয়াও বিবিলৈ পৰিবৰ্ত্তিত হোৱা নাই—গাত কলাপাড়িৰ শাড়ী, হাতত বালা, ভৰি দুটিত মল—লগত সেই পুৰন্দৰপুৰৰ লিগিৰী পাৰ্ব্বতী। শৈৱলিনী টোপনি গৈ আছিল—শৈৱলিনীয়ে স্বপ্ন দেখিছিল—সেই ভীমা পুখুৰীৰ চাৰিও পাৰে পানীৰ সংস্পৰ্শ বিচৰা শাখাৰাজিৰ ছাঁ পৰি পুখুৰীৰ পাৰ আন্ধাৰৰ ৰেখাই আবৰিছে—শৈৱলিনী যেন তাত এপাহি পদুম ফুল হৈ মুখখন উলিয়াই ওপঙি আছে। সৰোৱৰৰ এমূৰে এটা সোণৰ ৰাজহাঁহ যেন চৰি আছে। ৰাজহাঁহটো দেখি, সেইটো ধৰিবৰ বাবে শৈৱলিনী যেন উৎসুক হৈ আছে; কিন্তু ৰাজহাঁহটোৱে তেওঁৰ ফালে নেচাই আনফালে গুচি গৈছে, এটা গাহৰীয়ে শৈৱলিনী-পদুমক ছিঙিবৰ বাবে ঘূৰি ফুৰিছে, ৰাজহাঁহটোৰ মুখখন দেখা পোৱা নাই, কিন্তু গাহৰীটোৰ মুখখন দেখি বোধ হৈছে যেন, ফষ্টৰৰ মুখৰ দৰে। শৈৱলিনীয়ে ৰাজহংসক ধৰিবলৈ যাবলৈ বিচাৰিছে, কিন্তু ভৰিদুটি মৃণাল হৈ পানীৰ

তলত বান্ধ খাই আছে—তেওঁ গতিশক্তি ৰহিত। ইফালে গাহৰীটোৱে কৈছে, "মোৰ ওচৰলৈ আহাঁ, মই হাঁহটো ধৰি দিম।" প্ৰথম বন্দুকৰ শব্দত শৈৱলিনীৰ টোপানি ভাগিল—তাৰ পিচত প্ৰহৰীটোৱে পানীত জপংকৈ পৰা শব্দ শুনিলে। অসম্পূৰ্ণ—ভগাটোপনিৰ তন্দ্ৰাৱেশত কিছুমান পৰ একোকে বুজিব নোৱাৰাকৈ আছিল। সেই ৰাজহংস—সেই গাহৰীটো মনত পৰিবলৈ ধৰিলে। যেতিয়া আকৌ বন্দুকৰ শব্দ হ'ল, আৰু বৰ গণ্ডগোল হৈ পৰিল, তেতিয়া তেওঁৰ সম্পূৰ্ণ নিদ্ৰাভঙ্গ হ'ল। বাহিৰৰ খোটালিলৈ আহি দুৱাৰ মুখৰ পৰা এবাৰ চালে—একোকে বুজিব নোৱাৰিলে। আকৌ ভিতৰলৈ আহিল। ভিতৰত বন্তি জ্বলি আছিল। পাৰ্ব্বতীয়েও সাৰ পাইছিল। শৈৱলিনীয়ে পাৰ্ব্বতীক সুধিলে, "কি হৈছেনো কিবা বুজিব পাৰিছানে ?

পা। একোকে নাই পোৱা। মানুহৰ কথাবতৰাৰ পৰা বুজিছো, নাৱত ডকাইতি হৈছে—চাহাবক মাৰি পেলালে—আমাৰেই পাপৰ ফল।

শৈ। চাহাবক মাৰি পেলাইছে, তাত আমাৰ পাপৰ ফল কি ? চাহাবৰে পাপৰ ফল।

পা। ডকাইতে আক্ৰমণ কৰিছে—বিপদ আমাৰেই।

শৈ। কি বিপদ ? এটা ডকাইতৰ পালত পৰিছিলো। নহয় আৰু এক ডকাইতৰ পালত পৰিম। যদি গোৰা ডকাইতৰ হাত সাৰি ক'লা ডকাইতৰ হাতত পৰো তেনে বেয়ানো কিহত ?

এই বুলি, শৈৱলিনীয়ে সৰু মুৰটোৰ পৰা পিঠিত ওলমি থকা বেণী আন্দোলিত কৰি, অলপকৈ হাঁহি মাৰি, সৰু পালেংখনৰ ওপৰত বহিলগৈ। পাৰ্ব্বতীয়ে কলে, "এই সময়ত তোমাৰ হাঁহি মোৰ সহ্য নহয়।" শৈৱলিনীয়ে কলে, "অসহ্য হয়, গঙ্গাত সোঁত আছে, তাত জাপ দে। মোৰ হাঁহিবৰ সময় আহিছে, মই হাঁহিম। এজন ডকাইতক মাতি আনচোন, অলপ দেখাশুনা হওঁ।"

পাৰ্ব্বতীয়ে খঙত জ্বলি উঠি কলে, "মাতিব নেলাগে, সিহঁত নিজেই আহিব।"

কিন্তু চাৰিদণ্ড কাললৈকে অতিবাহিত হ'ল, ডকাইত কোনো নাহিল। শৈৱলিনীয়ে তেতিয়া দুখিত হৈ কলে, "আমাৰ কি কপাল! ডকাইতেও আমাক মাতি কথা নোসোধে।" পাৰ্ব্বতী কঁপি আছিল।

ভালেমান পৰৰ পিচত নাওখন আহি এটা বালি চটত লাগিল। নাওখন তাতে কিছুপৰ লাগি থাকিল। পিচত তালৈ কেইজন-মান লাঠিয়ালে এখন পাল্কী লৈ সেই ঠাইত উপস্থিত হ'লগৈ। আগে আগে আহিছিল ৰামচৰণ।

পাল্কী ভাৰীবোৰে বালিচাপৰিত নমালে। ৰামচৰণ বজৰাত উঠি প্ৰতাপৰ ওচৰলৈ গ'ল। পিচত প্ৰতাপৰ আদেশ পাই ৰামচৰণ খোটালিটোৰ ভিতৰত সোমাল, প্ৰথমে তেওঁ, পাৰ্ব্বতীৰ মুখৰ ফালে চাই শেষত শৈৱলিনীক দেখিলে। শৈৱলিনীক কলে, "আপুনি নামক।"

শৈৱলিনীয়ে সুধিলে, "তুমি কোন,—কলৈ যাম ?" ৰাম-চৰণে কলে, "মই আপোনাৰ লগুৱা। কোনো চিন্তা নাই—মোৰ লগত আহক। চাহাবটো মৰিল।"

শৈৱলিনীয়ে নিশব্দে গা দাঙি ৰামৰচণৰ লগত আহিল। ৰামচৰণৰ লগে লগে নাৱৰ পৰা নামিল। পাৰ্ব্বতী লগত গৈছিল ৰামচৰণে তেওঁক যাবলৈ মানা কৰিলে। পাৰ্ব্বতী ভয়ে ভয়ে নাৱৰ ভিতৰতে থাকিল। ৰামচৰণে শৈৱলিনীক দোলাৰ ভিতৰত বহিবলৈ কলে, শৈৱলিনীয়ে দোলাৰ ভিতৰত বহি পৰিল। ৰাম চৰণ পাল্কীখন লৈ প্ৰতাপৰ ঘৰৰ অভিমুখে যাবলৈ ধৰিলে।

তেতিয়াও দলনী আৰু কুল্‌চম্ সেই ঘৰতে বাস কৰিছিল। তেওঁবিলাকৰ টোপনি ভাগিব বুলি, তেওঁবিলাক য'ত আছিল তালৈ শৈৱলিনীক নিনিলে, ওপৰলৈ লৈ গৈ বিশ্ৰাম কৰিবলৈ কৈ ৰামচৰণে বন্তি এটা জ্বলাই থৈ, শৈৱলিনীক প্ৰণাম কৰি, দুৱাৰখন জপাই বিদায় ললে।

শৈৱলিনীয়ে সুধিলে, "এইটো কাৰ ঘৰ ?" ৰামচৰণে সেই কথালৈ কাণ নিদিলে।

ৰামচৰণে নিজৰ বুদ্ধি খটাই শৈৱলিনীক প্ৰতাপৰ ঘৰলৈ আনি থলেহি, প্ৰতাপৰ অৱশ্যে তেনে অনুমতি নাছিল। তেওঁ ৰামচৰণক কৈ দিছিল, পাল্কীখন জগৎশেঠৰ ঘৰলৈ লৈ যাবা। ৰামচৰণে বাটতে ভাবিলে,—"এই ৰাতি জগৎশেঠৰ হাউলিৰ দুৱাৰ মেলা আছে বা নাই ? দাৰোৱানবোৰে সোমাবলৈ দিয়ে বা নিদিয়ে ? সুধিলে কি বুলি চিনাকি দিম ? চিনাকি দি মই

খুনী বুলি ধৰা পৰিমনেকি ? সেইবোৰ কথাত কাম নাই ! এতিয়া ঘৰলৈ যোৱাই ভাল !” ইয়াকে ভাবি তেওঁ পাল্কীখন ঘৰলৈকে আনিলে।

ইফালে প্ৰতাপে, পাল্কীখন গলগৈ দেখি নাৱৰ পৰা নামিল। আগতেই সকলোৱে তেওঁৰ হাতত বন্দুক দেখি, নিস্তব্ধ হৈ আছিল—এতিয়া তেওঁৰ লাঠিয়াল সহায় হোৱা দেখি কোনেও একো বইচ বাইচ নকৰিলে। প্ৰতাপে নাৱৰ পৰা নামি নিজৰ ঘৰৰ অভিমুখে যাত্ৰা কৰিলে। তেওঁ ঘৰৰ দুৱাৰ মুখলৈ আহি দুৱাৰখন ঠেলিলে। ৰামচৰণে দুৱাৰ মেলি দিলে। ৰামচৰণে যে তেওঁৰ হুকুমৰ বিপৰীত কাৰ্য্য কৰিছে, সেইটো ঘৰলৈ আহিয়েই তেওঁ ৰামচৰণৰ মুখতে শুনিলে। শুনি অলপ বিৰক্ত হ’ল। কলে। “এতিয়াও তেওঁক লগত লৈ জগৎশেঠৰ ঘৰলৈ যোৱা। মাতি লৈ আহোঁচোন।”

ৰামচৰণ আহি দেখিলেহি—মানুহে শুনি বিস্মিত হ’ব—শৈৱলিনী গভীৰ নিদ্ৰাত অচেতন। এনেকুৱা অৱস্থাত এনে নিদ্ৰা সম্ভৱ জানো ? সম্ভৱ হয়নে নহয়, সেইটো আমি নেজানো, আমি যেনে ঘটনা ঘটা দেখিছো, তেনেকুৱাকৈয়ে লেখিছোঁ। ৰামচৰণে শৈৱলিনীক টোপনিৰ পৰা নজগাই প্ৰতাপৰ ওচৰলৈ উভতি আহি কলে, “তেওঁ শুই আছে, টোপনিৰ পৰা জগাম নেকি ?” শুনি প্ৰতাপ বিস্মিত হ’ল—মনে মনে কলে, চাণক্য পণ্ডিতে লেখিবলৈ পাহৰি গ’ল,—টোপনি তিৰুতা মানুহৰ ষোড়শ গুণ। প্ৰকাশ্যে কলে, ইমান পীড়াপীড়ি কৰিবৰ আৱশ্যক নাই।

তুমি শোৱা—পৰিশ্ৰমৰ একশেষ হৈছে। মই এতিয়া অলপ বিশ্ৰাম লওঁ।”

ৰামচৰণ বিশ্ৰাম কৰিবলৈ গ'ল। তেতিয়াও অলপ ৰাতি আছে। ঘৰ—ঘৰৰ বাহিৰত নগৰী—সকলো শব্দহীন, অন্ধকাৰ। প্ৰতাপ অকলৈ নিঃশব্দে ওপৰ তলালৈ উঠিল। নিজৰ শোৱনী কোঠাৰ অভিমুখে গ'ল। সেইখিনি পাই দুৱাৰখন মুকলি কৰিলে—দেখিলে, পালেঙত শৈৱলিনী অকলশৰে শুই আছে। ৰামচৰণে কবলৈ পাহৰি গৈছিল যে, প্ৰতাপৰ শোৱনী ঘৰতে তেওঁ শৈৱলিনীক থৈ আহিছিল।

প্ৰতাপে জ্বলি থকা বন্তিৰ পোহৰত দেখিলে যে, শ্বেত শয্যাৰ ওপৰত কোনে নিৰ্ম্মল প্ৰস্ফুটিত কুসুমৰাশি ঢালি থৈ গৈছে। যেন বৰ্ষাকালৰ গঙ্গাৰ ফটিকৰ ধাৰ যেন নিৰ্ম্মল বহল পানীধাৰত কোনোবাই প্ৰফুল্লিত হোৱা বগা পদুমৰ দ'ম ওপঙাই দিছে। মনোমোহিনী স্থিৰ শোভা! দেখি প্ৰতাপে তৎক্ষণাতে চকুযুৰাই নিব নোৱাৰিলে। সৌন্দৰ্য্যত মুগ্ধ হৈ নাইবা ইন্দ্ৰিয়ৰ ওচৰত পৰাভ মানি যে তেওঁ চকু ঘূৰাব নোৱাৰিলে, এনে নহয়—কেৱল অন্যমনস্ক হৈ তেওঁ বিমুগ্ধৰ দৰে চাই থাকিল। বহুত দিনৰ আগৰ কথা তেওঁৰ মনত পৰিল—অকস্মাৎ স্মৃতি-সাগৰ বিমথিত হৈ তৰঙ্গৰ ওপৰত তৰঙ্গ প্ৰহত হবলৈ ধৰিলে।

শৈৱলিনী টোপনি যোৱা নাছিল—চকু দুটি মুদি লৈ নিজৰ অৱস্থা চিন্তা কৰিছিল মাথোন। চকুদুটি মুদ থোৱা দেখি, ৰামচৰণে সিদ্ধান্ত কৰিছিল যে, শৈৱলিনী টোপনিত মগন।

গধুৰ চিন্তাৰ বোজাত পৰি থাকি প্ৰতাপৰ প্ৰথম প্ৰৱেশৰ পদধ্বনি শৈৱলিনীয়ে শুনিবলৈ পোৱা নাছিল। প্ৰতাপে বন্দুকটো হাতত লৈ ওপৰলৈ উঠি আহিছিল। এতিয়া তেওঁ বন্দুকটো দেৱালত আওজাই থলে। অলপমান অন্যমনস্ক হৈছিল সাৱধানে বন্দুকটো থব নোৱাৰিলে; বন্দুকটো থওঁতেই পৰি গ'ল। সেই শব্দত শৈৱলিনীয়ে চকু মেলি দেখিলে প্ৰতাপ সমুখত। শৈৱলিনীয়ে চকু মোহাৰি উঠি বহিল। তেতিয়া শৈৱলিনীয়ে চিঞৰি কলে, "ই কি কথা? তুমি কোন?"

এই বুলি শৈৱলিনীয়ে পালেঙত বিমূৰ্চ্ছিত হৈ পৰিল। প্ৰতাপে পানী আনি মুৰ্চ্ছা যোৱা শৈৱলিনীৰ মুখত ছটিয়াই দিবলৈ ধৰিলে—সেই মুখখন নিয়ৰত তিতি থকা পদুম পাহৰ দৰে শোভা পাবলৈ ধৰিলে। পানীয়ে চুলিৰ কোঁচাবোৰ তিয়াই চুলিকোঁচা সৰল কৰি দিলে—চুলি ৰাশি, পদুমৰ গাত লাগি থকা শৈৱালৰ দৰে শোভান্বিত হৈ পাৰিল।

সোনকালেই শৈৱলিনীয়ে সংজ্ঞালাভ কৰিলে। প্ৰতাপ থিয় হ'ল। শৈৱলিনীয়ে স্থিৰভাৱেৰ সুধিলে, "কোন তুমি? প্ৰতাপ? নতুবা কোনোবা দেৱতাই ছলনা কৰিবলৈ আহিছা?

প্ৰতাপে কলে, "মই প্ৰতাপ।"

শৈ। এবাৰ নাৱৰ ওপৰত গম পাইছিলো, যেন তোমাৰ মাত কাণত সোমাল। কিন্তু তেতিয়াই বুজিলো যে, সেইটো ভ্ৰান্তি। মই স্বপ্ন দেখোঁতে দেখোঁতে সাৰ পালো। সেই কাৰণে ভ্ৰান্তি বুলি ভাবিলো।

এই বুলি হুমুনিয়াহ পেলাই শৈৱলিনীয়ে নীৰৱ হৈ থাকিল।

শৈৱলিনী সম্পূৰ্ণৰূপে সুস্থ হৈছে দেখি প্ৰতাপে বিনাবাক্য ব্যয়ে গুচি যাবৰ উপক্ৰম কৰিলে। শৈৱলিনীয়ে কলে, "নাযাবাচোন।"

প্ৰতাপ অনিচ্ছাপূৰ্ব্বক থিয় হ'ল। শৈৱলিনীয়ে সুধিলে। "তুমি ইয়ালৈ কিয় আহিছা?"

প্ৰতাপে কলে "মই ইয়াতে থাকো।"

শৈৱলিনী আচলতে সুস্থ হোৱা নাছিল। হৃদয়ৰ মাজত অগ্নিজ্বলি আছিল—তেওঁৰ নখলৈকে কঁপনি উঠিছিল—সৰ্ব্বাঙ্গ শিয়ঁৰি উঠিছিল। তেওঁ আৰু অলপ নীৰৱ হৈ থাকি, ধৈৰ্য্য ধৰি পুনৰায় কলে, "মোক ইয়ালৈ কোনে আনিলে?"

প্ৰ। আমিয়েই আনিলো।

শৈ। আমিয়েই? আমিয়েই কোন?

প্ৰ। মই আৰু মোৰ লগুৱা।

শৈ। কিয় তোমালোকে ইয়ালৈ আনিলা? তোমালোকৰ কি প্ৰয়োজন?

প্ৰতাপ অতিশয় ৰুষ্ট হ'ল; কলে, "তোমাৰ নিচিনা পাপিষ্ঠাৰ মুখ চাব নেপায়। তোমাক ম্লেচ্ছৰ হাতৰ পৰা উদ্ধাৰ কৰিলো আকৌ তুমি সুধিছা, ইয়ালৈ কিয় আনিলা?"

শৈৱলিনীয়ে প্ৰতাপৰ খং দেখি খং নেদেখুৱালে—বিনীতভাৱে প্ৰায় বাষ্প গদ্‌গদ্ কণ্ঠেৰে, "যদি ম্লেচ্ছৰ ঘৰত থকা ইমান দুৰ্ভাগ্য বুলি মনত ভাবিছা—তেনে মোক সেই ঠাইতে মাৰি নেপেলালা কিয়? তোমালোকৰ হাততো বন্দুক আছিল?

প্ৰতাপৰ আৰু খং উঠি কলে, "সেইটোকে কৰিলোহেঁতেন —মাথোন তিৰিবধৰ ভাগী হ'ব লাগে বুলি নোৱাৰিলো ; কিন্তু তোমাৰ মৰণেই ভাল।"

শৈৱলিনীয়ে কান্দিলে। পিচত কান্দোন সামৰি কলে, "মোৰ মৰাই ভাল—কিন্তু আনে যি কয় কওক—তুমি এই কথা নকবা। মোৰ এই দুৰ্দ্দশা কাৰ পৰা ?—তোমাৰ পৰা ? কোনে মোৰ জীৱন অন্ধকাৰময় কৰিলে ?—তুমি ! কাৰ কাৰণে সুখৰ আশাত নিৰাশ হৈ কুপথ সুপথ জ্ঞান শূন্য হলো ?— তোমাৰ কাৰণে। কাৰ কাৰণে দুখুনী হলো ?—তোমাৰ কাৰণে। কাৰ কাৰণে মই গৃহধৰ্ম্মত মন নিৱিষ্ট ৰাখিব নোৱাৰিলো ?— তোমাৰ কাৰণে। তুমি মোক গালি নেপাৰিবা।"

প্ৰতাপে কলে, "তুমি পাপিষ্ঠা, সেই কাৰণে তোমাক গালি পাৰিলো। মোৰ দোষ ? ঈশ্বৰে জানে, মই কোনো দোষত দোষী নহওঁ। ঈশ্বৰে জানে, এতিয়া মই তোমাক সাপিনী বুলি ভাবি, ভয়তে তোমাৰ বাটৰ পৰা আঁতৰি থাকিলোহেঁতেন, তোমাৰ বিষোদ্গাৰৰ ভয়ত মই বেদগ্ৰাম পৰিত্যাগ কৰিছিলো। তোমাৰ নিজৰ হৃদয়ৰ দোষ—তোমাৰ প্ৰবৃত্তিৰ দোষ। তুমি পাপিষ্ঠা সেইবাবে মোক দোষ দিছা। মই তোমাৰ কি কৰিলো ?"

শৈৱলিনীয়ে গৰ্জ্জি উঠি কলে, "তুমি কি কৰিছা ? কিয় তুমি তোমাৰ সেই অতুলনীয় দেৱ মূৰ্ত্তিৰে আকৌ মোক দেখা দিছিলা ? মোৰ যৌৱন ধীৰে ধীৰে জাগি উঠাৰ সময়ত সেই ৰূপৰ জ্যোতি কিয় মোৰ সমুখত উজ্জ্বল কৰি দিছিলা ? যিহক এবাৰ

বিস্মৃত হৈছিলো। আকৌ তাক কিয় উদ্দীপ্ত কৰি দিলা? মই কিয় তোমাক দেখা পাইছিলোঁ? দেখা পাইছিলোঁ যদি তোমাক নাপালো কেলৈ? নাপালো যদি নমৰিলো কিয়? তুমি জানো নেজানা যে তোমাৰেই ৰূপ ধ্যানস্থ কৰি মোৰ ঘৰখন অৰণ্য হৈ পৰিছিল? তুমি জানো নেজানা যে, তোমাৰ লগত সম্বন্ধ ছিঙি গলেও, যদি কেতিয়াবা তোমাক পাব পাৰো, এই আশাতে গৃহত্যাগিনী হলো? নহলে কষ্টৰ মোৰ কি?"

এই কথা শুনি প্ৰতাপৰ মূৰত বজ্ৰ ভাগি পৰিল। তেওঁ বৃশ্চিক দংশন লাভ কৰা মানুহৰ দৰে পীড়িত হৈ সেই ঠাইৰ পৰা বেগাই পলাই গ'ল।

সেই সময়ত দুৱাৰ মুখৰ বাহিৰত এটা বৰ ডাঙৰ গণ্ডগোল লাগিল।

## সপ্তম পৰিচ্ছেদ

# গল্‌ষ্টন্ আৰু জনচন্

ৰামচৰণে নাৱৰ পৰা শৈৱলিনীক লগত লৈ উঠি আহিলত আৰু প্ৰতাপে নাওখন পৰিত্যাগ কৰি গ'লত, যিটো 'তেলিঙা' চিপাহীয়ে প্ৰতাপৰ লগিৰ মাৰ পাই হাত অৱসন্ন হ'লত নাৱৰ মুধচত উঠিছিলগৈ, সি লাহে লাহে পাৰলৈ উঠি আহিল। পাৰলৈ উঠি যি বাটেদি শৈৱলিনীৰ পাল্কীখন গৈছে, সেই বাটেদি যাবলৈ ধৰিলে। বহুত আঁতৰত থাকি পাল্কীখন চাই চাই পাচে পাচে গৈ থাকিল। চিপাহীটো জাতিত মুছলমান। তেওঁৰ নাম বকাউল্লা খাঁ। ক্লাইভৰ লগত প্ৰথমে যিবোৰ সৈন্য বঙ্গদেশলৈ আহিছিল, তেওঁবিলাক মাদ্ৰাজৰ পৰা আহিছিল বাবে, ইংৰাজৰ দেশীয় সৈনিকবোৰক তেতিয়া বঙলাত 'তেলিঙা' বুলিছিল; কিন্তু এতিয়া অনেক হিন্দুস্থানী হিন্দু আৰু মুছলমান ইংৰাজ-সেনা ভুক্ত হৈছিল। বকাউল্লাৰ নিবাস গাজিপুৰৰ ওচৰত।

বকাউল্লা পাল্কীৰ লগে লগে দেখা নিদিয়াকৈ প্ৰতাপৰ ঘৰলৈকে আহিল। দেখিলে যে, শৈৱলিনীয়ে প্ৰতাপৰ ঘৰ সোমাইছে। বকাউল্লা তেতিয়া আমিয়ট চাহাবৰ কুঠীলৈ গ'ল।

বকাউল্লা তালৈ আহি দেখিলে, কুঠীত এটা ডাঙৰ গণ্ডগোল লাগিছে। বজৰাৰ বৃত্তান্ত আমিয়টে সকলো শুনিলে। শুনিবলৈ পালে, আমিয়ট চাহাবে কৈছে যে আজি ৰাতিয়েই অত্যা-

চাবীবোৰৰ সন্ধান যেয়ে দিব পাৰিব আমিয়ট চাহাবে তেওঁক এহেজাৰ মুদ্ৰা পাৰিতোষিক দিব। বকাউল্লাই তেতিয়া আমিয়ট চাহাবৰ লগত সাক্ষাৎ কৰিলে—তেওঁক সবিশেষ বৃত্তান্ত কলে। কলে যে, "মই সেই দস্যুটোৰ ঘৰটো দেখুৱাই দিব পাৰো।" আমিয়ট চাহাবৰ মুখ প্ৰফুল্ল হ'ল—কোঁচ খোৱা ভ্ৰূ সৰল ঋজু হৈ পৰিল—তিনি চাৰিজন চিপাহী আৰু এজন নায়কক বকাউল্লাৰ লগত যাবলৈ অনুমতি দিলে। কলে যে, "দুৰাত্মবোৰ ধৰি এতিয়াই মোৰ ওচৰলৈ লৈ আহা।" বকাউল্লাই কলে, "তেনে দুজন ইংৰাজ লগত দিয়ক—প্ৰতাপ ৰায় সাক্ষাৎ চয়তান—এই দেশৰ লোকে তাক ধৰিব নোৱাৰিব।"

গল্‌ষ্টন্ আৰু জনচন্ নামৰ দুজন ইংৰাজ আমিয়টৰ হুকুমমতে বকাউল্লাৰ লগত সশস্ত্ৰ হৈ গ'ল।

যোৱাৰ সময়ত গল্‌ষ্টনে বকাউল্লাক সুধিলে, "তুমি সেই ঘৰটোৰ ভিতৰলৈ কেতিয়াবা গৈছিলানে?

বকাউল্লাই কালে, "নাই যোৱা।"

গল্‌ষ্টনে জনষ্টনক কলে, "তেনে পোহৰ বাতি আৰু দেয়াছেলাই লোৱা। হিন্দু মানুহে তেল পুৰি খৰচ নকৰে।"

জনচনে জেপত দীপবাতি আৰু দীপশলাকা ভৰাই ললে।

তেওঁবিলাক তেতিয়া ইংৰাজৰ ৰণ যাত্ৰাৰ গভীৰ পদনিক্ষেপ কৰি ৰাজপথেদি যাবলৈ ধৰিলে। কোনেও একো কথা নকলে; পাচে পাচে চাৰিজন চিপাহী নায়ক আৰু বকাউল্লা যাবলৈ ধৰিলে। নগৰৰ প্ৰহৰীবিলাকে বাটত তেওঁবিলাকক দেখি

ভীত হৈ আঁতৰ হৈ ৰ'ল। গলষ্টন আৰু জনচনে চিপাহী লগত গৈ প্ৰতাপৰ ঘৰৰ সমুখত নিঃশব্দে আহি থিয় হৈ, দুৱাৰত লাহে লাহে আঘাত কৰিবলৈ ধৰিলে। ৰামচৰণে দুৱাৰখন মেলি দিবলৈ আহিল।

ৰামচৰণ অদ্বিতীয় ভৃত্য; ভৰি পিটিকি দিয়াত, তেল সানি দিয়াত একেবাৰে সুশিক্ষিত। কাপোৰৰ ধুন লগাই কোঁচখুৱাই দিয়াত, অঙ্গৰাগ মাঞ্জনত বৰ পটু। ৰামচৰণৰ নিচিনা ৰান্ধনী নাই—তেওঁৰ নিচিনা বস্তু কিনোতা দুৰ্লভ। কিন্তু এইবোৰ হ'ল সামান্য গুণ; ৰামচৰণ লাঠিখেলাত মুছিদাবাদ প্ৰদেশত প্ৰসিদ্ধ, বহুতো হিন্দু মানুহো তেওঁৰ হাতৰ গুণত ধৰাশয়ন কৰিছিল। বন্দুক চলোৱাত ৰামচৰণ কেনে অভ্ৰান্ত লক্ষ্য আৰু ক্ষিপ্ৰহস্ত, তাৰ পৰিচয় ফষ্টৰৰ শোণিতেৰে গঙ্গাৰ পানীত লিখিত হৈছিল।

কিন্তু এইবোৰৰ বাহিৰেও ৰামচৰণৰ আৰু এটা সময়োপযোগী গুণ আছিল—ধূৰ্ত্ততা, ৰামচৰণ শিয়ালৰ দৰে ধূৰ্ত্ত। অথচ অদ্বিতীয় প্ৰভুভক্ত আৰু বিশ্বাসী।

ৰামচৰণে দুৱাৰখন মেলি দিবলৈ আহি ভাবিলে, "এই সময়ত দুৱাৰত টুকুৰিয়ায় কোনে? ঠাকুৰ মহাশয়ে? বোধ হয়; কিন্তু যি হওক, এটা কাণ্ড কৰি আহিছো—ৰাতিৰ বেলিকা নোচোৱাকৈ দুৱাৰ মেলি দিয়া নহব।"

এইদৰে ভাবি ৰামচৰণ নিঃশব্দে আহি কিছুমান পৰ দুৱাৰ মুখৰ ওচৰত থিয় হৈ মাতকথা শুনিবলৈ ধৰিলে, দুজন মানুহে

অস্ফুটস্বৰে বিকৃতভাষাৰে কথা পাতিছে—ৰামচৰণে সেই ভাষাটোক "ইণ্ডিল মিণ্ডিল" বুলিছিল—ইয়াৰ মানুহে বোলে ইংৰাজী। ৰামচৰণে মনে মনে কলে, "বোৱা বোপাইহঁত! দুৱাৰ মেলো যদি বন্দুক হাতত লৈ—ইণ্ডিল-মিণ্ডিলত যি বিশ্বাস কৰে সি চালা"!

ৰামচৰণে আৰু ভাবিলে, "কিজানিবা এটা বন্দুকৰ কাম নহয়, গৰাকীকো মাতো।" এই বুলি ৰামচৰণে প্ৰতাপক মাতিবৰ অভিপ্ৰায়েৰে দুৱাৰ মুখৰ পৰা উভতিল।

ইমান সময় হোৱা দেখি ইংৰাজৰো ধৈৰ্য্যৰ সীমা পাৰ হ'ল। জনচনে কলে, "অপেক্ষা কৰো কিয়। দিয়া গোৰ সোধাই, ভাৰতবৰ্ষৰ কপাট ইংৰাজৰ লাঠিত নিটিকিব।"

গল্‌ষ্টনে গোৰ সোধালে। দুৱাৰখন খৰ-খৰ, ছৰ-ছৰ, ঝন-ঝন কৰি উঠিল; ৰামচৰণে লৰ মাৰিলে। শব্দটো প্ৰতাপৰ কাণলৈ গ'ল। প্ৰতাপ ওপৰৰ পৰা ছিৰিয়েদি নামি আহিল। সেইবাৰৰ পদাঘাতত কপাট নেভাগিল।

পিচৰ বাৰ জনচনে এটা গোৰ মাৰি দিলত কপাট ভাগি পৰি গ'ল।

"এইদৰে ব্ৰিটিছৰ পদাঘাতত সমস্ত ভাৰতবৰ্ষ ভাগি পৰক।" এই বুলি ইংৰাজ দুটা ঘৰৰ ভিতৰলৈ সোমাই গ'ল। লগে লগে চিপাহীবোৰ সোমাই গ'ল।

ছিৰিৰ তলত ৰামচৰণৰ লগত প্ৰতাপৰ সাক্ষাৎ হ'ল। ৰামচৰণে মনে মনে প্ৰতাপক কলে, "এন্ধাৰত লুকাই থাকা—

ইংৰাজ আহিছে—বোধ হয় আমবাতৰ কুঠীৰ পৰা আহিছে।” ৰামচৰণে আমিয়টৰ পৰিৱৰ্ত্তে আমবাত বোলে।

প্ৰ। ভয় কিহৰ ?

ৰা। আঠ জন মানুহ।

প্ৰ। নিজে লুকাই থাকিম—আৰু ঘৰত যি কেইগৰাকী মহিলা আছে তেওঁবিলাকৰ দশা কি হ'ব ? তুমি মোৰ বন্দুকটো লৈ আহাঁ।

ৰামচৰণে যদি ইংৰাজবিলাকৰ বিশেষ পৰিচয় জানিলেহেঁতেন তেনে প্ৰতাপক কেতিয়াও লুকাই থাকিবলৈ নকলেহেঁতেন। সিহঁতে যিমানপৰ কথাবতৰা পাতি আছিল, সেই সময়ৰ ভিতৰতে হঠাৎ ঘৰটো পোহৰৰ দীপ্তিৰে পূৰ্ণ হৈ পৰিল। জনচনে জ্বলি থকা দীপটো এজন চিপাহীৰ হাতত দিলে। বন্তিৰ পোহৰত ইংৰাজহঁতে দেখিলে, ছিৰিৰ ওপৰত দুজন মানুহ থিয় হৈ আছে। জনচনে বকাউল্লাক সুধিলে। “এইটোৱেই হয়নে ?”

বকাউল্লাই ঠিক চিনিব নোৱাৰিলে। এন্ধাৰ ৰাতি সি প্ৰতাপ আৰু ৰামচৰণক দেখিছিল—সেই দেখি ভালকৈ চিনিব নোৱাৰিলে। কিন্তু তাৰ ভগা হাতখনৰ যন্ত্ৰণা অসহ্য হৈছিল—দেখা মানুহদুটাৰ যেই সেই এটাই এই যন্ত্ৰণাৰ বাবে দায়ী। বকাউল্লাই কলে, হয়, ইহঁতেই হয়।”

তেতিয়া বাঘৰ দৰে জাপ মাৰি ইংৰাজহঁত ছিৰিৰ ওপৰলৈ উঠিল। চিপাহীবোৰে পাচে পাচে অহা দেখা পাই, ৰামচৰণ

উৰ্দ্ধশ্বাস হৈ প্ৰতাপৰ বন্দুক আনিবলৈ ওপৰলৈ উঠিবলৈ ধৰিলে।

জনচনে সেইটো দেখিলে, নিজৰ হাতৰ পিস্তলটো দাঙি ৰামচৰণলৈ লক্ষ্য কৰিলে। ৰামচৰণে ভৰিত আঘাত পাই লৰিব চৰিব নোৱাৰি বহি পৰিল।

প্ৰতাপে নিৰস্ত্ৰ, পলায়নত অনিচ্ছুক অথচ পলাই গলত ৰামচৰণৰ যি দশা ঘটিল তাকো দেখিলে। প্ৰতাপে ইংৰাজ-বিলাকক স্থিৰভাৱে সুধিলে, তোমালোক কোন, কিয় আহিছো ?"

গল্‌ষ্টনে প্ৰতাপক সুধিলে, "তুমি কোন ?"

প্ৰতাপে কলে, "মই প্ৰতাপ ৰায়।"

সেই নামটো বকাউল্লাৰ মনত আছিল। বজৰাৰ ওপৰত উঠি বন্দুক হাতত লৈ প্ৰতাপে গৰ্ব্বিত ভাৱে কৈছিল, "শুনা, মোৰ নাম প্ৰতাপ ৰায়।" বকাউল্লাই কলে, "জোনাব, এই মানুহটোৱেই চৰ্দাৰ।"

জনচনে প্ৰতাপৰ এটা হাতত ধৰিলে, গলষ্টনে আনটো হাতত। প্ৰতাপে দেখিলে বল প্ৰকাশ নিৰৰ্থক। নিঃশব্দে সকলো সহ্য কৰিলে; নায়কৰ হাতত হাতকেড়ৌয়া আছিল। প্ৰতাপৰ হাতত পিন্ধাই দিলে। গল্‌ষ্টনে মাটিত পৰি থকা ৰামচৰণক দেখুৱাই সুধিলে—"এইটো ?" জনচনে দুটা চিপাহীক হুকুম দিলে, "ইয়াক লৈ আহাঁ।" দুজন চিপাহীয়ে ৰামচৰণক টানি লৈ গ'ল।

এইবোৰ গণ্ডগোল শুনি দলনী আৰু কুলচম্ সাৰ পাই মহা

আতঙ্কিত হৈ পৰিছিল। তেওঁবিলাক নিজৰ কোঠাৰ দুৱাৰ অলপকৈ মেলি এই সকলোবোৰ চাই আছিল। ছিৰিৰ কাষতে তেওঁবিলাকৰ শোৱনী কোঠা।

যেতিয়া ইংৰাজবিলাকে প্ৰতাপ আৰু ৰামচৰণক লৈ তললৈ নামিছিল। তেতিয়া চিপাহীৰ হাতত থকা প্ৰদীপৰ পোহৰে অকস্মাৎ অলপকৈ মেলখোৱা দলনীৰ নীলমণিপ্ৰভ চকুৰ ওপৰত পৰিল। বকাউল্লাই সেই চকু দেখিবলৈ পালে। দেখিয়েই কলে, "ফষ্টাৰ চাহাবৰ বিবি।"

গল্‌ষ্টনে সুধিলে, "সঁচাই হয়! ক'তা?"

বকাউল্লাই আগতে কোৱা দুৱাৰমুখখন দেখুৱাই দি কলে, "এইটো কাঠাত।"

জন্‌চন্‌ আৰু গলষ্টন্‌ সেই খোটালিৰ ভিতৰলৈ প্ৰৱেশ কৰিলে। দলনী আৰু কুল্‌চমক দেখি কলে, "তোমালোক আমাৰ লগতে আহাঁ।"

দলনী আৰু কুল্‌চমে মহাভীত আৰু লুপ্তবুদ্ধি হৈ তেওঁবিলাকৰ লগে লগে গ'ল।

সেই ঘৰটোৰ মাজত শৈৱলিনী অকলশৰীয়া হৈ থাকিল। শৈৱলিনীয়েও সকলোবোৰ দেখা পাইছিল।

## অষ্টম পৰিচ্ছেদ

## পাপৰ বিচিত্ৰ গতি

মুছলমান কন্যা দুটিয়ে যেনেকৈ দুৱাৰখন অলপকৈ মুকলিকৈ লৈ নিজৰ শোৱনী কোঠাৰ পৰা চাই আছিল, শৈৱলিনীয়েও সেইদৰে চাইছিল। তিনি গৱাকীয়েই তিৰুতা, সেই দেখি তিৰুতাসুলভ কৌতূহলৰ বাবেই তিনিও একে ব্যাধিত ব্যাধিগ্ৰস্ত; তিনিওজনেই ভয়ত কাতৰ। ভয়ৰ স্বধৰ্ম্ম এইটোৱেই যে ভয়ানক বস্তুৰ দৰ্শন সি বাৰে বাৰে কামনা কৰে। সকলোবোৰ গ'লত ঘৰৰ ভিতৰত নিজক অকলশৰীয়া দেখি শয্যাৰ ওপৰত বহি শৈৱলিনীয়ে চিন্তা কৰিবলৈ ধৰিলে।

ভাবিলে, "এতিয়া কৰো কি? অকলশৰীয়া, তাৰ বাবে মোৰ ভয় কিহৰ? পৃথিৱীত মোৰ ভয় নাই, মৃত্যুতকৈ ডাঙৰ বিপদ নাই। যি স্বয়ং অহৰহ মৃত্যুৰ কামনা কৰে, তাৰ ভয় কিহৰ? কিয় মোৰ সেই কামনা কৰা মৃত্যু নহয়? আত্ম-হত্যা বৰ সহজ। সহজনো কেনেকৈ? ইমান দিন পানীত বাস কৰিলো, ক'তা এদিনো দেখোন পানীত বুৰি মৰিব নোৱাৰিলো। ৰাতি যেতিয়া সকলো শোৱে, লাহে লাহে নাৱৰ পৰা বাজ ওলাই পানীত জাপ দিয়াহেঁতেন কোনে ধৰিলেহেঁতেন? ধৰিব পাৰিলেহেঁতেন—নাৱত পহৰা আছিল। কিন্তু ময়োতো কোনো উদ্যোগ কৰা নাছিলো।—তেতিয়াও মোৰ

আশা আছিল—আশা থাকিলে মানুহ মৰিব নোৱাৰে। কিন্তু আজি? আজি মৰিবৰ দিন সঁচাকৈয়ে হয়। পিচে প্ৰতাপক বান্ধি লৈ গৈছে—প্ৰতাপৰ কি হয়, সেইটো নজনাকৈ মৰিব নোৱাৰো। প্ৰতাপৰ কি হ'ব? যিহকে নহওক, মোৰ তাত কি? প্ৰতাপ মোৰ কোন? মই তেওঁৰ চকুত পাপিষ্ঠী—তেওঁ মোৰ কি? তেওঁ কি নেজানো। তেওঁ শৈৱলিনী-পতঙ্গৰ জ্বলন্ত বহ্নি—তেওঁ এই সংসাৰ প্ৰান্তৰত নিদাঘৰ প্ৰথম বিজুলি-তেওঁ মোৰ মৃত্যু। মই কিয় গৃহত্যাগ কৰিলো, ম্লেচ্ছৰ লগত কিয় আহিলো? কিয় সুন্দৰীৰ লগত উভতি নগলো?"

শৈৱলিনীয়ে নিজৰ কপালত কৰাঘাত কৰি চকুলো টুকিবলৈ ধৰিলে। বেদগ্ৰামৰ সেই ঘৰ মনত পৰিল। য'ত প্ৰাচীৰৰ কাষত শৈৱলিনীয়ে নিজহাতে কৰবীৰ গছ ৰুইছিল—সেই কৰবীৰ সকলোতকৈ ওখ ডালটো প্ৰাচীৰ অতিক্ৰম কৰি ৰঙা ফুল বুকুত লৈ নীলাকাশক আকাঙ্ক্ষা কৰি দুলি দুলি উঠিছিল, কেতিয়াবা তাত ভোমোৰা বা সৰু সৰু চৰাই আহি পৰিছিল—সেইবোৰ মনত পৰিল। তুলসীমঞ্চ—তাৰ চাৰিও ফালে পৰিষ্কৃত সুমাৰ্জ্জিত ভূমি, ঘৰত পোহা মেকুৰীজনী, সঁজাত অমাতৰ মাত মতা চৰাইজনী, ঘৰৰ কাষত সোৱাদ ওখ আম গছ—সকলোবোৰ স্মৃতিপটত জিলিকি উঠিল। কত কথা মনত পৰিবলৈ ধৰিলে। কিমান সুন্দৰ, সুনীল, মেঘশূন্য আকাশ শৈৱলিনীয়ে ঘৰৰ ওপৰচোতালৰ পৰা দেখিবলৈ পাইছিল; কিমান সুগন্ধিত প্ৰস্ফুটিত বগাফুল পৰিষ্কাৰ পানীত তিয়াই,

চন্দ্ৰশেখৰৰ পূজাৰ কাৰণে পুষ্পপাত্ৰ ভৰাই সজাই থৈ দিছিল; কিমান স্নিগ্ধ, ধীৰ-মৃদু, সুগন্ধি বায়ু ভীমাৰ পাৰত উপভোগ কৰিছিল; পানীত কিমান সৰু সৰু ঢৌৰ ওপৰত ফটিকৰ আভা দেখিছিল। পুখুৰীটোৰ পাৰত কুলিয়েযে কিমান কু-উ কু-উ কৰিছিল। শৈৱলিনীয়ে আকৌ হুমুনিয়াহ পেলাই ভাবিবলৈ ধৰিলে। "মনতে ভাবিছিলো, ঘৰৰ বাহিৰ ওলালেই প্ৰতাপক দেখা পাম। মনত ভাবিছিলো, আকৌ পুৰন্দৰৰ কুঠীলৈ উভতি যাম—প্ৰতাপৰ ঘৰ আৰু পুৰন্দৰপুৰ ওচৰাওচৰি; কুঠীৰ বাতায়নত বহি কটাক্ষজাল পাতি প্ৰতাপ-পক্ষীক ধৰিম, সুবিধা পালে তাৰ পৰা ফিৰিঙীক ফাঁকি দি পলাই যাম, গৈ প্ৰতাপৰ ভৰিত বাগৰি পৰিম। মই পিঞ্জৰাৰ বন্দী পখী, সংসাৰৰ গতি একোকে নেজানিছিলো। নেজানিছিলো যে মানুহে গঢ়ে, বিধাতাই ভাঙে, নেজানিছিলো যে, ইংৰাজৰ পিঞ্জৰ লোহাৰ পিঞ্জৰ—মোৰ সাধ্য কি যে তাক ভাঙো। অনৰ্থক কলঙ্ক বেহালো—জাত হেৰুৱালো। পৰকাল নষ্ট কৰিলো।" পাপিনী শৈৱলিনীৰ এই কথা মনত নপৰিল যে, পাপৰ অনৰ্থকতা আৰু সাৰ্থকতা কি? বৰং অনৰ্থকতাই ভাল, কিন্তু এদিন তেওঁ এই কথা বুজব পাৰিব, এদিন প্ৰায়শ্চিত্তৰ বাবে তেওঁ অস্থি পৰ্য্যন্ত সমৰ্পণ কৰিবলৈ সাজু হ'ব পাৰিব।" সেই আশা নেথাকিলে আমি এই পাপ-চিত্ৰৰ অৱতাৰণা নকৰিলোহেঁতেন। পিচত শৈৱলিনীয়ে ভাবিবলৈ ধৰিলে, "পৰকাল? সেই বিষয়টো যিদিনাই প্ৰতাপক দেখিলো, সেই দিনাই গ'ল। যিজন

অন্তৰ্য্যামী, তেওঁ সেই দিনাই মোৰ কপালত নৰক লেখিছিল। ইহকালতো মোৰ নৰক হ'ল—মোৰ মনটোৰেই নৰক—নহলে ইমান দুখ পালো কিয় ? নহলে দুচকুৰ বিষ এই ফিৰিঙীবোৰৰ লগত ইমান দিন ঘূৰি ফুৰিলো কিয় ? অকল জানো সেয়ে? বোধ হয়, যি অলপ মোৰ ভাল,—তাতো জুই লাগে, বোধ হয় মোৰ কাৰণেই প্ৰতাপ এইদৰে বিপদগ্ৰস্ত হৈছে—মই কিয়নো নমৰিলো ?”

শৈৱলিনীয়ে আকৌ কান্দিবলৈ ধৰিলে। খন্তেক পিচত চকু মচিলে, ভ্ৰূ কুঞ্চিত কৰিলে ; ওঁঠ কামুৰিলে ; খন্তেকৰ বাবে তেওঁৰ প্ৰফুল্ল কমলৰ দৰে বদনে খংউঠা ফেঁটি সাপৰ চকৰি টোৰ দৰে ভীষণ শোভা ধাৰণ কৰিলে। তেওঁ আকৌ কলে, “নমৰিলো কিয় ?” শৈৱলিনীয়ে হঠাৎ কঁকালৰ পৰা ফাঁক এটা উলিয়ালে। তাৰ ভিতৰত চোকা কটাৰী এখন আছিল। শৈৱলিনীয়ে সেই ছুৰি কটাৰীখন হাতত ললে। কটাৰীৰ ফলক মুকলি কৰি আঙুলিৰে তাৰ লগত ধেমালি কৰিবলৈ ধৰিলে। কবলৈ ধৰিলে “মিছাকৈয়ে এই ছুৰিখন বিচাৰি লৈছিলোনে ? কিয় ইমান দিনে এই ছুৰিখন মোৰ জুয়ে পোৰা বুকুখনত সুমুৱাই দিয়া নাই ? কিয়—কেৱল আশাত মজি ? এতিয়া ?” এইবুলি শৈৱলিনীয়ে ছুৰিৰ আগটো বুকুৰ মাজত টোঁৱাই থলেহি। ছুৰিখনো সেইদৰেই ৰ'ল। শৈৱলিনীয়ে ভাবিবলৈ ধৰিলে। “আৰু এদিন ছুৰিখন এইদৰে টোপনিত অচেতন হৈ থকা ফষ্টৰৰ বুকুৰ ওপৰত ধৰিছিলো ; সেইদিনা

তাক নামাৰিলো। সাহ হোৱা নাছিল; আজিও আত্মহত্যাৰ বাবে সাহ ওপজা নাই। এই ছুৰিৰ ভয়ত দুৰন্ত ইংৰাজো বশ হৈছিল, সি বুজি পাইছিল যে, সি মোৰ কোঠালিত সোমালেহি, এই ছুৰিকটাৰীখনৰ আঘাতত হয় সি মৰিব, নহয় মই মৰিম; দুৰন্ত ইংৰাজ এইখনৰ ভয়ত বশ হৈছিল—মোৰ এই দুৰন্ত হৃদয় এইখনৰ ভয়ত বশ নহ'ল। মৰিমনেকি? নহয়, আজি নহয়। মৰো যদি সেই বেদগ্ৰামলৈ গৈ মৰিম। সুন্দৰীক ক'ম যে, মোৰ জাত নাই, কুল নাই, কিন্তু এটা পাপত মই পাপিনী নহওঁ। তাৰ পিচত মৰিম।—আৰু তেওঁ আৰু যি মোৰ স্বামী—তেওঁক কি বুলি কৈ মই মৰিম? কথাবোৰতো মনত ৰাখিব নোৱাৰো। মনত পেলালে বোধ হয়, মোক এশ বৃশ্চিকে দংশন কৰে—শিৰে শিৰে জুই জ্বলি উঠে। মই তেওঁৰ যোগ্য নহওঁ বুলি, মই তেওঁক ত্যাগ কৰি গুচি আহিছো। তাৰ বাবে জানো তেওঁৰ কিবা ক্লেশ হৈছে? তেওঁ জানো দুখ কৰিছে? নহয়—মই তেওঁৰ একো নহওঁ। পুথি পাঁজিয়েই তেওঁৰ সকলো। তেওঁ মোৰ কাৰণে দুখ নকৰে। একোবাৰ বৰ হেঁপাহ ওপজে, এই কথাটো মোক কোনোবাই আহি যেন কয়হি—তেওঁ কেনে আছে, কি কৰিছে। তেওঁক মই কেতিয়াও ভালপোৱা নাছিলো—কেতিয়াও ভাল পাব নোৱাৰো—তথাপি তেওঁৰ মনত যদি কিবা ক্লেশ দিছো, তেনে মোৰ পাপৰ বোজা আৰু গধুৰ হ'ল। আৰু এটা কথা তেওঁক কবৰ মন যায়,—কিন্তু ফষ্টৰ মৰি গ'ল, সেই কথাৰ আৰু সাক্ষী কোন? মোৰ কথাত কোনে বিশ্বাস কৰিব?

শৈৱলিনীয়ে শয়ন কৰিলে। শয়ন কৰি সেইদৰে চিন্তাভিভূত হৈ থাকিল। ৰাতিপুৱাওঁতে তেওঁৰ টোপনি আহিল—টোপনিত নানাবিধৰ কুস্বপ্ন দেখিলে। যেতিয়া তেওঁৰ টোপনি ভাগিল, তেতিয়া বেলি ভালেমান হ'ল—মুকলি গবাক্ষপথেদি ঘৰৰ মাজলৈ ৰ'দ সোমাই আহিল। শৈৱলিনীয়ে চকু মেলিলে। চকু মেলি সমুখত যাক দেখা পালে, তেওঁক দেখি বিস্মিত, ভীত আৰু স্তম্ভিত হ'ল। দেখিলে—চন্দ্ৰশেখৰ।

# তৃতীয় খণ্ড

## পুণ্যৰ স্পৰ্শ

### প্ৰথম পৰিচ্ছেদ

### ৰমানন্দ স্বামী

মুঙ্গেৰৰ এটা মঠত এজন পৰমহংস কিছুমান দিন বসতি কৰিছিল। তেওঁৰ নাম ৰমানন্দ স্বামী। সেই ব্ৰহ্মচাৰীজনে তেওঁৰ লগত বিনীত ভাৱে কথাবতৰা পাতি আছিল বহুতে জানে, ৰমানন্দ স্বামী সিদ্ধপুৰুষ। তেওঁ অদ্বিতীয় জ্ঞানী সঁচা। প্ৰবাদ আছিল যে, ভাৰতবৰ্ষৰ লুপ্ত হোৱা দৰ্শন-বিজ্ঞান সকলো তেওঁ জানে। তেওঁ কৈছিল ! "শুনা বৎস চন্দ্ৰশেখৰ ! যিবিলাক বিদ্যা উপাৰ্জ্জন কৰিলা সাৱধানে প্ৰয়োগ কৰিবা। আৰু কেতিয়াও সন্তাপক হৃদয়ত স্থান নিদিবা। কিয়নো, দুখ বুলি এটা স্বতন্ত্ৰ পদাৰ্থ নাই। সুখ দুখ তুল, অথবা বিজ্ঞৰ মানত দুয়োটা, একেই। যদি প্ৰভেদ কৰা, তেনে যিবিলাক পুণ্যাত্মা বা সুখী বুলি খ্যাতি লাভ কৰিছে, তেওঁবিলাকক চিৰদুখী বুলিব লাগে।"

এই বুলি ৰমানন্দ স্বামীয়ে প্ৰথমে যযাতি, হৰিশ্চন্দ্ৰ, দশৰথ প্ৰভৃতি প্ৰাচীন ৰজাসকলৰ কিঞ্চিৎ প্ৰসঙ্গ উত্থাপন কৰিলে। শ্ৰীৰামচন্দ্ৰ, যুধিষ্ঠিৰ, নলৰজা প্ৰভৃতিৰ কিঞ্চিৎ উল্লেখ কৰিলে— দেখুৱালে, সাৰ্ব্বভৌম মহাপুণ্যাত্মা ৰজাসকল চিৰদুখী—কদাচিৎ

সুখী। পিচত বশিষ্ঠ, বিশ্বামিত্র প্রভৃতিৰ কিঞ্চিৎ উল্লেখ কৰিলে—দেখুৱালে, তেওঁবিলাকো দুখী। দানৱপীড়িত অভিশপ্ত ইন্দ্ৰাদি দেৱতাৰ উল্লেখ কৰিলে—দেখুৱালে, সুৰলোকো দুখ-পূৰ্ণ। শেষত মনোমোহিনী বাকশক্তিৰ দিব্য প্রকাশ কৰি অনন্ত অপৰিজ্ঞেয় বিধাতৃ হৃদয়ৰ ভিতৰত অনুসন্ধান কৰিবলৈ ধৰিলে। দেখুৱালে যে যিজন সৰ্ব্বজ্ঞ, তেওঁ এই দুখময় অনন্ত সংসাৰত অনন্ত দুখৰাশি অনাদি অনন্তকালৰ পৰা হৃদয়ৰ মাজত অৱশ্যে অনুভৱ কৰে। যিজন দয়াময়, তেওঁ জানো সেই দুখৰাশি অনুভূত কৰি দুখী নহয়? তেনে দয়াময় হ'ল কিহত? দুখৰ লগত দয়াৰ নিত্য সম্বন্ধ—দুখ নহলে দয়াৰ সঞ্চাৰ ক'ত? যিজন দয়াময়, তেওঁ অনন্ত সংসাৰৰ অনন্ত দুখত অনন্তকাল দুখী—নচেৎ তেওঁ দয়াময় নহয়। যদি কোৱা, তেওঁ নিৰ্ব্বিকাৰ, তেওঁৰ দুখ কি? উত্তৰ এই যে, যিজন নিৰ্ব্বিকাৰ তেওঁ সৃষ্টি—স্থিতি সংহাৰত স্পৃহা-শূন্য—তেওঁক স্ৰষ্টা বিধাতা বুলি মানিব নোৱাৰো। যদি কোনো স্ৰষ্টা বিধাতা থাকে, তেনে তেওঁক নিৰ্ব্বিকাৰ বুলিব নোৱাৰো। তেওঁ দুখময়। কিন্তু সেইটোও হব নোৱাৰে, কিয়নো তেওঁ নিত্যানন্দ। সেই দেখি দুখ বুলি একো নাই, এইটোৱেই সিদ্ধ।

ৰমানন্দ স্বামীয়ে কবলৈ ধৰিলে, "আৰু যদি দুখৰ অস্তিত্বই স্বীকাৰ কৰা, তেনে এই সৰ্ব্বব্যাপী দুখ নিবাৰণৰ উপায় জানো নাই? উপায় নাই; পিচে যদি সকলোৱে সকলোৰে দুখ নিবাৰণৰ বাবে যত্ন কৰে তেনে অৱশ্যে দুখ গুচিব পাৰে। চোৱাঁ, বিধাতা স্বয়ং অহৰহ সৃষ্টিৰ দুখ নিবাৰণত নিযুক্ত। সংসাৰৰ সেই—দুখ

নিবৃত্তিত ঐশিক দুখৰো নিবাৰণ হয়। দেৱতাসকল জীৱৰ দুখ নিবাৰণত নিযুক্ত—তাতেই দৈৱ সুখ। নচেৎ ইন্দ্ৰিয়াদিৰ বিকাৰশূন্য দেৱতাৰ অন্য সুখ নাই।” পিচত ঋষিসকলৰ লোক-হিতৈষিতা কীৰ্ত্তন কৰি ভীষ্মাদি বীৰসকলৰ পৰোপকাৰিতাৰ বৰ্ণনা কৰিলে। দেখুৱালে যেয়ে পৰোপকাৰী, সেয়ে সুখী, অন্য কোনো সুখী নহয়। তেতিয়া ৰমানন্দ স্বামীয়ে শতমুখে পৰোপকাৰ ধৰ্ম্মৰ গুণ কীৰ্ত্তন আৰম্ভ কৰিলে। ধৰ্ম্মশাস্ত্ৰ, বেদ, পুৰাণ-ইতিহাস প্ৰভৃতি মন্থন কৰি অনৰ্গল ভূৰি ভূৰি প্ৰমাণ সংযুক্ত কৰিবলৈ ধৰিলে। শব্দ সাগৰ মন্থন কৰি শত শত মহাৰ্ঘ, শ্ৰৱণ-মনোহৰ বাক্য-পৰম্পৰা কুসুমৰ মালাৰ দৰে গাঁথিবলৈ ধৰিলে—সাহিত্য ভঁৰালৰ তলি উদং কৰি সাকৰা, ৰসময়ী, সৎ অলঙ্কাৰপূৰ্ণ কবিতাৰাশি বিকীৰ্ণ কৰিবলৈ ধৰিলে। সবাৰো উপৰি নিজৰ অকৃত্ৰিম ধৰ্ম্মানুৰাগৰ মোহময়ী প্ৰতিভান্বিতা ছায়া বিস্তাৰিত কৰিলে। তেওঁৰ সুকণ্ঠ নিৰ্গত, উচ্চাৰণ-কৌশল যুক্ত সেই অপূৰ্ব্ব বাক্য ৰাশি চন্দ্ৰশেখৰৰ কাণত তূৰ্য্য নাদৰ দৰে ধ্বনিত হবলৈ ধৰিলে। সেই বাক্য ৰাশি কেতিয়াবা মেঘগৰ্জ্জনৰ দৰে গম্ভীৰ শব্দত ধ্বনিত হৱলৈ ধৰিলে—কেতিয়াবা বীণাধ্বনিৰ দৰে মধুৰ বোধ হল। ব্ৰহ্মচাৰী চন্দ্ৰশেখৰ বিস্মিত, মোহিত হৈ উঠিল। তেওঁৰ শৰীৰ কণ্টকিত হৈ উঠিল। তেওঁ থিয় হৈ উঠি ৰমানন্দ স্বামীৰ পদ-ৰেণু গ্ৰহণ কৰিলে। কলে “গুৰুদেৱ! আজিৰ পৰা মই আপোনাৰ কাষত এই মন্ত্ৰ গ্ৰহণ কৰিলো।”

ৰমানন্দ স্বামীয়ে চন্দ্ৰশেখৰক আলিঙ্গন কৰিলে।

## দ্বিতীয় পৰিচ্ছেদ

## নতুন চিনাকি

ইফালে যথাসময়ত ব্ৰহ্মচাৰী চন্দ্ৰশেখৰে দিয়া চিঠি নৱাবৰ গুৰিত পেচ কৰা হ'ল। নৱাবে জানিলে, তাতেই দলনী আছে। তেওঁক আৰু কুলচমক লৈ আহিবৰ বাবে প্ৰতাপ ৰায়ৰ ঘৰলৈ পাল্কী পঠোৱা হ'ল।

তেতিয়া বেলি ভালেমান হৈছে। তেতিয়া সেইটো ঘৰত শৈৱলিনীৰ বাহিৰে আৰু কোনো নাছিল! তেওঁক দেখি নৱাবৰ অনুচৰবিলাকে বেগম বুলি স্থিৰ কৰিলে।

শৈৱলিনীয়ে শুনিলে, তেওঁক কিল্লালৈ নিবলৈ বিচাৰিছে। অকস্মাৎ তেওঁৰ মনত এটা দুৰভিসন্ধি উপজিল। কবিবিলাক আশাৰ প্ৰশংসাত মুগ্ধ হয়। আশা সংসাৰৰ অনেক সুখৰ কাৰণ অৱশ্যে হয়, কিন্তু আশাই দুখৰ মূল। যিমান পাপ কৰা হয়, সকলো লাভৰ আশাত। কেৱল সৎকাৰ্য্য কোনো আশাৰ বশীভূত হৈ কৰা নহয়। যিবিলাকে স্বৰ্গৰ আশাত সৎকাৰ্য্য কৰে তেওঁবিলাকৰ কাৰ্য্যক সৎকাৰ্য্য বুলিব নোৱাৰো। আশাত মুগ্ধ হৈ শৈৱলিনীয়ে আপত্তি নকৰি, পাল্কীত উঠিল।

খোজাই শৈৱলিনীক দুৰ্গলৈ আনি অন্তঃপুৰৰ ভিতৰলৈ নৱাবৰ ওচৰলৈ লৈ গ'ল। নৱাবে দেখিলে, এই গৱাকীতো দলনী নহয়। আৰু দেখিলে, দলনীও ইমান আচৰিত ধৰণৰ

সুন্দৰী নহয়। আৰু দেখিলে যে, এনেকুৱা লোকবিমোহিনী তেওঁৰ অন্তঃপুৰত কোনো নাই।

নৱাবে সুধিলে, "তুমি কোন ?"

শৈ। মই ব্ৰাহ্মণকন্যা।

ন। তুমি আহিলা কিয় ?

শৈ। ৰাজভৃত্যবিলাকে মোক লৈ আহিলে।

ন। তোমাক বেগম্ বুলি আনিলে। বেগম নাহিল কিয় ?

শৈ। তেওঁ তাত নাই।

ন। তেনে তেওঁ ক'ত ?

যেতিয়া গলষ্টন্ আৰু জনচনে দলনী আৰু কুলচমক প্ৰতাপৰ ঘৰৰ পৰা লৈ যায় শৈৱলিনীয়ে সেইটো দেখিছিল। তেওঁ-বিলাক কোন, সেইটো জনা নাছিল। মনতে ভাবিছিল, লিগিৰী বা নাচনী। কিন্তু যেতিয়া নৱাবৰ ভৃত্যই তেওঁক কলে যে, নৱাবৰ বেগম প্ৰতাপৰ ঘৰতে আছিল আৰু তেওঁকেই বেগম বুলি ভাবি নৱাবে লৈ যাবলৈ কৈছে, তেতিয়াই শৈৱলিনীয়ে বুজি পাইছিল যে, বেগমক ইংৰাজবিলাকে ধৰি লৈ গৈছে। শৈৱলিনী ভাবনাত পৰিল।

নৱাবে শৈৱলিনীক নিৰুত্তৰ দেখি সুধিলে, "তুমি তেওঁক দেখিছানে ?"

শৈ। দেখিছো।

ন। ক'ত দেখিছিলো ?

শৈ। য'ত আমি কালি নিশা আছিলো।

ন। সেই ঠাই ক'ত? প্ৰতাপ ৰায়ৰ ঘৰতনেকি?

শৈ। হয় নৱাব-বাহাদুৰ।

ন। বেগম সেই ঠাইৰ পৰা কলৈ গ'ল জানা?

শৈ দুজন ইংৰাজে তেওঁবিলাকক ধৰি লৈ গৈছে।

ন। কি ক'লা?

শৈৱলিনীয়ে আগৰ উত্তৰটোকে দোহাৰি কলে। নৱাব মৌন হৈ ৰ'ল। ওঁঠ কামুৰি ডাঢ়ি আঁজুৰিলে। গুৰগন্ খাঁক মাতিবলৈ আদেশ কৰিলে। শৈৱলিনীক সুধিলে, ইংৰাজে বেগমক ধৰি লৈ গল কিয় জানানে?"

শৈ। নাজানো।

ন। প্ৰতাপ তেতিয়া ক'ত আছিল?

শৈ। তেওঁকো সিহঁতে লগতে ধৰি লৈ গৈছে।

ন। তেওঁৰ ঘৰত আৰু কোন মানুহ আছিল?

শৈ। এজন লগুৱা আছিল, তেওঁকো ধৰি লৈ গৈছে। নৱাবে আকৌ সুধিলে, "তেওঁবিলাকক কিয় ধৰি লৈ গৈছে জানানে?

শৈৱলিনীয়ে ইমান পৰে সঁচা কথা কৈছিল, এইবাৰ মিছা আৰম্ভ কৰিলে। কলে, "নাজানো।"

ন। প্ৰতাপ কোন? তেওঁৰ ঘৰ ক'ত?

শৈৱলিনীয়ে প্ৰতাপৰ প্ৰকৃত চিনাকি দিলে।

ন। ইয়ালৈ কি কৰিবলৈ আহিছিল?

শৈ। চৰকাৰৰ চাকৰী কৰিম বুলি।

ন। তোমাৰ কি হয় ?

শৈ। মোৰ স্বামীগুৰু।

ন। তোমাৰ নাম কি ?

শৈ। ৰূপসী।

অনায়াসে শৈৱলিনীয়ে এইদৰে উত্তৰ দিলে। পাপিনীয়ে এই কথাষাৰ কবলৈকে আহিছিল।

নৱাবে কলে, "আচ্ছা বাৰু, তুমি এতিয়া ঘৰলৈ যোৱা"।

শৈৱলিনীয়ে কলে, "মোৰ ঘৰ ক'ত—কলৈ যাম ?"

নৱাব নিস্তব্ধ হ'ল পিচ মুহূৰ্ত্ততে ক'লে, "তেনে তুমি কলৈ যাবা ?"

শৈ। মোৰ স্বামীৰ ওচৰলৈ। মোৰ স্বামীৰ গুৰিলৈ মোক পঠাই দিয়ক। আপুনি ৰজা, আপোনাক গোচৰ দিছো ; মোৰ স্বামীক ইংৰাজে ধৰি লৈ গৈছে; হয় মোৰ স্বামীক মুকলি কৰি দিয়ক, নহলে মোক তেওঁৰ ওচৰলৈ পঠাই দিয়ক। যদি আপুনি অৱজ্ঞা কৰি ইয়াৰ উপায় নকৰে, তেনে ইয়াতেই আপোনাৰ সমুখতে মই মৰিম, সেই বাবেই ইয়ালৈ আহিছো।

সংবাদ পোৱা গ'ল, গুৰ্ গন্ খাঁ হাজিৰ। নৱাবে শৈৱলিনীক কলে, আচ্ছা বাৰু, তুমি ইয়াতে অপেক্ষা কৰা, মই আহিছো।"

## তৃতীয় পৰিচ্ছেদ

## নতুন চথ

নৱাব গুৰ্‌গন খাঁক অন্যান্য সংবাদ সুধি ক'লে, "ইংৰাজ-বিলাকৰ লগত বিবাদ কৰাটোৱেই ভাল কাম হৈছে। মোৰ বিবেচনাত বিবাদৰ আগতে আমিয়টক অবৰুদ্ধ কৰা কৰ্ত্তব্য। কিয়নো, আমিয়ট মোৰ পৰম শত্ৰু। কি কোৱা ?

গুৰ্‌গণ খাঁই কলে, "যুদ্ধৰ বাবে মই সকলো সময়তে প্ৰস্তুত। কিন্তু দূত অবাধ্য। দূতক পীড়া দিলে বিশ্বাসঘাতক বুলি আমাৰ নিন্দা হ'ব—আৰু—"

নৱাব। আমিয়টে কালি ৰাতি এই চহৰৰ ভিতৰত এজনৰ ঘৰ আক্ৰমণ কৰি তেওঁবিলাকক ধৰি লৈ গৈছে। যি মোৰ অধিকাৰৰ ভিতৰত থাকি অপৰাধ কৰে সি দূত হলেও মই কিয় তাৰ দণ্ডবিধান নকৰিম ?

গুৰ্‌। যদি সি তেনে ধৰণৰ কাম কৰে। সি দণ্ডৰ যোগ্য। কিন্তু তাক কেনেকৈ ধৰিব ?

নৱাব। এতিয়াই তেওঁৰ থকা ঠাইলৈ চিপাহী আৰু বৰতোপ পঠাই দিয়া। তাক দলবলৰ সৈতে ধৰি লৈ আহক।

গুৰ্‌। তেওঁবিলাক এই চহৰত নাই। আজি দুই প্ৰহৰ সময়ত গুচি গলগৈ।

নৱাব। সেইটো কি কথা ? এত্তেলা দাখিল নকৰাকৈ ?

গুৰ্‌। এত্তেলা দাখিল কৰিবৰ বাবে হে' নামেৰে এজনক থৈ গৈছে।

নৱাব। এনেকৈ হঠাৎ বিনা অনুমতিত পলাই যোৱাৰ কাৰণ কি? এই কাম কৰিলে মোৰ লগত অসৌজন্য প্ৰকাশ পালে, সেইটো জানি শুনিয়েই কৰিছে।

গুৰ্‌। তেওঁবিলাকৰ অস্ত্ৰশস্ত্ৰ-বোজাই কৰি অনা নাৱৰ আৰোহী ইংৰাজটোক কোনোবাই কালি ৰাতিয়েই খুন কৰিলে। সেইবাবেই খণ্ডত গুচি গৈছে। ভাবিছে, ইয়াত থাকিলে জীৱন্‌ অনিশ্চিত।

নৱাব। কোনে খুন কৰিলে, শুনিছানে?

গুৰ্‌। প্ৰতাপ ৰায় নামৰ এজন মানুহে।

নৱাব। ভাল কৰিছে। তাক দেখা পালে উপঢৌকন দিম। প্ৰতাপ ৰায় ক'ত?

গুৰ্‌। তেওঁবিলাক সকলোকে ধৰি বান্ধি লগত লৈ গৈছে। লগত লৈ গৈছে, নে আজিমাবাদলৈ পঠাইছে, ঠিককৈ কব নোৱাৰো।

নৱাব। ইমানপৰ মোক এইবোৰ সংবাদ দিয়া নাছিলা কিয়?

গুৰ্‌। মই এই মাত্ৰহে শুনিলো।

এই কথাটো মিছা। গুৰ্‌গন খাঁই আদ্যোপান্ত সকলো জানিছিল, তেওঁৰ অভিমত নোহোৱাকৈ আমিয়টে কেতিয়াও মুঙ্গেৰ এৰি যাব নোৱাৰিলোহেঁতেন। কিন্তু গুৰ্‌গন্‌ খাঁৰ দুটা

উদ্দেশ্য আছিল,—প্ৰথম, দলনী মুঙ্গেৰৰ পৰা বাহিৰ হৈ গলেই ভাল। দ্বিতীয়, আমিয়টক হাতৰ তলত ৰাখিব পৰাটো ভাল। ভৱিষ্যতে তেওঁৰ দ্বাৰা উপকাৰ পাব পাৰি।

নৱাবে গুৰ্‌গন্‌ খাঁক বিদায় দিলে। গুৰ্‌গন্‌ খাঁ বাহিৰ হৈ যাওঁতে নৱাবে তেওঁৰ প্ৰতি বেঁকাকৈ দৃষ্টি নিক্ষেপ কৰিলে। সেই দৃষ্টিৰ অৰ্থ এই—"যিমান দিনলৈকে যুদ্ধ শেষ নহয়, সিমান দিনলৈকে তোমাক একো নকওঁ—যুদ্ধৰ সময়ত তুমি মোৰ প্ৰধান অস্ত্ৰ। তাৰ পিচত দলনী বেগমৰ ঋণ তোমাৰ তেজেৰে পৰিশোধ কৰা হ'ব।"

নৱাবে তাৰ পিচত মীৰ মুন্সীক মাতি আনি আদেশ প্ৰচাৰ কৰি দিলে যে, "মুৰছিদাবাদলৈ মহম্মদ তকি খাঁৰ নামত পৰোৱানা পঠোৱা যে, যেতিয়া আমিয়টৰ নাও গৈ মুৰছিদাবাদ পাবগৈ, তেতিয়া তাক যেন ধৰি বান্ধি থয়—আৰু তাৰ লগত বন্দীবিলাকক মুক্ত কৰি দি হুজুৰলৈ প্ৰেৰণ কৰে। স্পষ্টভাৱে যুদ্ধ নকৰিও কলে-কৌশলে ধৰিব লাগিব, ইয়াকো লেখি দিবা। পৰোৱানাখন বামেদি বাহকৰ হাতত দি পঠোৱা, আগতে পাবগৈ।"

নৱাবে অন্তঃপুৰলৈ প্ৰত্যাৱৰ্ত্তন কৰি আকৌ শৈৱলিনীক মাতি পঠালে। কলে, "এতিয়াই তোমাৰ স্বামীক মুক্ত কৰিব পৰা নগল। ইংৰাজবোৰে তেওঁবিলাকক লৈ কলিকতালৈ যাত্ৰা কৰিছে। মুৰছিদাবাদলৈ হুকুম পঠালো, তাতে সিহঁতক ধৰিব। তুমি এতিয়া—"

শৈৱলিনীয়ে হাত জোৰ কৰি কলে, “মুখবজোৱা তিৰুতাক ক্ষমা কৰক—এতিয়া মানুহ পঠালে ধৰিব পৰা হবনেকি ?”

নৱাব। ইংৰাজবিলাকক ধৰাটো সৰু সুৰা মানুহৰ কাম নহয়। বেচি পৰিমাণে মানুহ সশস্ত্রে পঠাবলৈ হলে ডাঙৰ নাৱৰ দৰ্কাৰ। ধৰিবলৈ যাওঁতে যাওঁতেই সিহঁত গৈ মুৰছি-দাবাদ পাবগৈ। বিশেষকৈ যুদ্ধৰ উদ্যোগ দেখি কিজানিবা ইংৰাজবোৰে আগতে বন্দীবিলাকক বধ কৰি পেলায়; মুৰছি-দাবাদত সুচতুৰ কৰ্ম্মচাৰীবিলাক আছে। সিহঁতে কলে-কৌশলে ধৰিব।

শৈৱলিনীয়ে বুজিলে যে, তেওঁৰ সুন্দৰ মুখখনিতে বহুতো উপকাৰ হৈছে। নৱাবে তেওঁৰ সুন্দৰ মুখখন দেখি তেওঁৰ সকলো কথা বিশ্বাস কৰিছে আৰু তেওঁৰ প্ৰতি বিশেষ দয়া প্ৰকাশ কৰিছে। নহলে ইমান্ কথা বুজাই ক'ব কিয় ? শৈৱলিনীয়ে সাহ পাই আকৌ হাতজোৰ কৰিলে। কলে, “যদি এই অনাথাক ইমান দয়া কৰিছে। তেনে আৰু এটা ভিক্ষা বিচৰা বাবে মাৰ্জ্জনা কৰক। মোৰ স্বামীক উদ্ধাৰ কৰাটো অতি সহজ—তেওঁ স্বয়ং বীৰপুৰুষ। তেওঁৰ হাতত অস্ত্ৰ থকাহেঁতেন তেওঁক ইংৰাজে কয়দী কৰিব নোৱাৰিলেহেঁতেন; তেওঁ যদি এতিয়াও অস্ত্ৰ পায় তেনে তেওঁক কোনেৱে বন্দীকৈ ৰাখিব নোৱাৰিব ! যদি কোনোবাই তেওঁক অস্ত্ৰ দি আহিব পাৰে,—তেনে তেওঁ নিজে নিজেই মুকলি হ'ব পাৰিব। লগৰীয়া বিলাককো মুকলি কৰিব পাৰিব।

নৱাবে হাঁহিলে ; কলে, “তুমি ছোৱালী মানুহ, ইংৰাজ কি পদাৰ্থ তাক নাজানা। কোনে তেওঁক সেই ইংৰাজৰ নাৱত উঠি অস্ত্ৰ দি আহিবগৈ ?”

শৈৱলিনীয়ে মুখখন তলমুৱাকৈ লৈ নুফুটা স্বৰেৰে কলে, “যদি হুকুম হয়, যদি নাও পাওঁ, তেনে ময়েই যাম।”

নৱাবে ডাঙৰকৈ হাঁহি উঠিল। হাঁহি শুনি শৈৱলিনীয়ে ভ্ৰূ কুঞ্চিত কৰিলে। কলে, “প্ৰভু, নোৱাৰো যদি, মই মৰিম—ইয়াত কাৰো ক্ষতি নাই, কিন্তু যদি পাৰো তেনে মোৰো কাৰ্য্যসিদ্ধি হ'ব, আপোনাৰো কাৰ্য্যসিদ্ধি হ'ব।”

নৱাবে শৈৱলিনীৰ কোঁচ খোৱা ভ্ৰূশোভিত মুখমণ্ডল দেখি বুজিলে এওঁ সামান্য তিৰুতা নহয়। ভাবিলে, মৰে মৰক, মোৰ ক্ষতি কি ? যদি পাৰে ভালেই, নোৱাৰিলে মুৰছিদাবাদৰ মহম্মদ তকিয়ে কাৰ্য্যসিদ্ধি কৰিব। শৈৱলিনীক ক'লে “তুমি অকলৈয়ে যাবানেকি ?”

শৈ। তিৰুতা যেতিয়া অকলৈ যাব নোৱাৰিম। যদি দয়া কৰে, তেনে লগত এজনী লিগিৰী, এটা গা-চোৱা লিগিৰা যাবলৈ আদেশ দিয়ক।

নৱাবে চিন্তা কৰি চাই মছীবুদ্দিন নামেৰে এটা বিশ্বাসী, বলিষ্ঠ আৰু সাহিয়াল খোজাক মাতি পঠালে। সি আহি প্ৰণত হ'ল। নৱাবে তাক কলে, “এই তিৰুতা গৰাকীক লগত লৈ যোৱা আৰু এজনী হিন্দু বান্দী লগত নিয়া। এওঁ যি অস্ত্ৰ লগত নিবলৈ কয়, তাকো লোৱা। নাৱৰ দাৰোগাৰ পৰা এখন বেগাই

যাব পৰা চুচীয়া নাও লোৱা। এইবোৰ লৈ এতিয়াই মুৰছিদাবাদ অভিমুখে যাত্ৰা কৰা।"

মছীবুদ্দিনে সুধিলে, "কোনটো কাৰ্য্য সম্পন্ন কৰিব লাগিব ?"

নৱাব। এওঁ যি ক'ব তাকেই কৰিবা। বেগমবিলাকৰ দৰে এওঁক মান কৰিবা। যদি দলনীবেগমৰ সাক্ষাৎ পোৱা, লগত লৈ আহিবা।

পিচত ছুয়ো নৱাবক যথাৰীতি অভিবাদন কৰি বিদায় ললে। খোজাই যেনে ভাৱে কৰিলে, শৈৱলিনীয়েও চাই চাই, সেইদৰে মাটি ছুই পাচলৈ হুঁহকি গৈ চেলাম কৰিলে। নৱাবে হাঁহিলে।

নৱাবে যাবৰ সময়ত কলে, "বিবি, মনত ৰাখিবা কেতিয়াবা যদি মস্কিলত পৰা, তেনে মীৰ কাছেমৰ ওচৰলৈ আহিবা।"

শৈৱলিনীয়ে আকৌ চেলাম কৰিলে। মনে মনে কলে, "আহিমহে হয়! কিজানিবা ৰূপসীৰ লগত স্বামীকো লৈ আহি দৰবাৰ কৰিবৰ বাবে তোমাৰ ওচৰলৈ আহিম।" মছীবুদ্দিনে পৰিচাৰিকা আৰু নাও গোটাই আনি আৰু শৈৱলিনীৰ কথামতে বন্দুক, গুলী, বাৰুদ, পিস্তল, তৰোৱাল আৰু দা সংগ্ৰহ কৰিলে। মছীবুদ্দিনে সাহ কৰি সুধিব নোৱাৰিলে যে, এই বোৰেৰে কি হ'ব ? মনে মনে কলে, যে, এওঁ বেলেগ এগৰাকী চাঁদ চুলতানা।

সেই ৰাতি তেওঁবিলাক নাৱত উঠি যাত্ৰা কৰিলে।

## চতুৰ্থ পৰিচ্ছেদ

# কান্দে

জোনাক ঢৌৱাই পৰিছে। গঙ্গাৰ দুয়োপাৰে বহুত দূৰলৈকে ছাটি থোৱা বালিময় চাপৰি। চন্দ্ৰৰ কিৰণত বালি চাপৰিবোৰে আৰু বেচিকৈ 'বগী ঢকেঢকি' হৈ পৰিছে; গঙ্গাৰ সলিল ৰাশি চন্দ্ৰৰ কিৰণত প্ৰগাঢ় নীলা হৈ পৰিছে। গঙ্গাৰ পানী ঘন নীল —পাৰত গজা বনৰাজি নীলা ঘনশ্যাম, ওপৰৰ আকাশ ৰত্নময় মণি খটোৱা নীলা। এনেকুৱা সময়ত বিস্তৃতিৰ অনুভূতিত কেতিয়াবা মন চঞ্চল হৈ উঠে। নদী অনন্ত, যিমান দূৰলৈকে দেখা পাইছো, নদীৰ অন্ত দেখা পোৱা নাই, মানুহৰ অদৃষ্টলিপিৰ দৰে অস্পষ্ট ভাৱে দেখা পোৱা দৃশ্য ভৱিষ্যতৰ বুকুত মিলি গৈছে। তলতো নদী অনন্ত; দুয়োপাৰে বালিময় ভুমি অনন্ত; পাৰত গছ গছনিও অনন্ত; ওপৰৰ আকাশ অনন্ত। তাৰ মাজত তৰামালা অনন্ত সংখ্যক। এনেকুৱা সময়ত কোন মানুহে নিজকো গণনাত আনে? এই যে নদীৰ উপকূলত যি বালিময় ঘাটত নাওবিলাক বান্ধি থোৱা আছে, সেই ঘাটৰ বালিৰ কণিকা এটিতকৈ মানুহৰ গৌৰৱ কিহত?

এই নাওবিলাকৰ ভিতৰত এখন ডাঙৰ বজৰা আছে—তাৰ ওপৰত চিপাহীৰ পহৰা। চিপাহী দুটা সাজিথোৱা মূৰ্ত্তিৰ দৰে বন্দুক কান্ধত লৈ স্থিৰ হৈ থিয় হৈ আছে। ভিতৰত স্নিগ্ধ স্ফটিকৰ দৰে প্ৰদীপৰ পোহৰত নানাবিধিৰ বহুমূলীয়া আসন,

শয্যা, চিত্ৰৰাশি, পুতলা আদি শোভা কৰি আছে। ভিতৰত কেইজনমান চাহাব। দুজনমানে সতৰঞ্চ খেলিছে। এজনে মদ খাই আছে আৰু পঢ়িছে। এজনে বাজনা বজাইছে।

অকস্মাৎ সকলোৱে চমক খাই উঠিল। সেই ৰাতিৰ আকাশ বিদীৰ্ণ কৰি হঠাৎ কান্দোনৰ ধ্বনি উঠিল।

আমিয়ট চাহাবে জনচনক কিস্তি দি থাকি কলে, "সেইটো কি সেইটো ?"

জনচনে সুধিলে, "কাৰ কিস্তি মাৎ ?"

কান্দোনৰ ধ্বনি আৰু বিকট হৈ পৰিল। ধ্বনি বিকট নহয়, কিন্তু সেই পানীৰ ৰাজ্যত নীৰৱ প্ৰান্তৰৰ মাজত এই ৰাতিকাল কন্দাকটা কৰাৰ শব্দ বিকট যেন লাগিল।

আমিয়টে খেলা সামৰি উঠিল। বাহিৰলৈ আহি চাৰিও-ফালে চালে। কাকো দেখিবলৈ নাপালে। দেখিলে, ওচৰত কেনিও মৰিশালি নাই। বালিচাপৰিৰ মাজভাগৰ পৰা শব্দটো আহিছে।

আমিয়ট নাৱৰ পৰা নামিল, ধ্বনিৰ অনুসৰণ কৰি যাবলৈ ধৰিলে। কিছুমান দূৰ গৈ দেখা পালে, সেই বালিচাপৰিৰ মাজত অকলশৰীয়া হৈ কোনোবা এজন বহি আছে।

আমিয়ট ওচৰ চাপি গ'ল। দেখিলে, এগৰাকী তিৰুতাই চিঞৰি কান্দিছে।

আমিয়টে হিন্দী ভালকৈ নাজানিছিল। তিৰুতা গৰাকীক সুধিলে, কোন তুমি ? কিয় কান্দিছা ?

তিৰুতাগৰাকীয়ে তেওঁৰ হিন্দী মুঠেই বুজিব নোৱাৰিলে, মাথোন ডাঙৰকৈ কান্দিবলৈ ধৰিলে। আমিয়টে বাৰে বাৰে সুধিও কোনো কথাৰ উত্তৰ নেপাই হাতেৰে ইঙ্গিত দি তেওঁৰ লগত আহিবলৈ কলে। তিৰুতা গৰাকী উঠিল। আমিয়ট আগ বাঢ়িল। তিৰুতাগৰাকীয়ে তেওঁৰ লগে লগে কান্দি কান্দি যাবলৈ ধৰিলে। এওঁ আৰু কোনো নহয়—পাপিনী শৈৱলিনী।

## পঞ্চম পৰিচ্ছেদ

# হাঁহে

বজৰাৰ ভিতৰলৈ আহি আমিয়টে গলষ্টনক কলে, "এই তিৰুতাজনীয়ে অকলৈ বালিত বহি কান্দি আছিল। তাই মোৰ কথা বুজি নাপায়। মই তাইৰ কথা নুবুজো। তুমি তাইক সোধাচোন।"

গল্‌ষ্টনো প্ৰায় আমিয়টৰ দৰে পণ্ডিত; কিন্তু ইংৰাজী-মহলত হিন্দী জানে বুলি তেওঁৰ বৰ নাম। গলষ্টনে শৈৱলিনীক সুধিলে, "কোন তুমি?

শৈৱলিনীয়ে কথা নকলে—কান্দিবলৈ লাগিল।

গ। তোমাৰ ঘৰ ক'ত?

শৈৱলিনী পূৰ্ব্ববৎ।

গ। তুমি ইয়ালৈ কিয় আহিছা?

শৈৱলিনী তদ্ৰূপ।

গলষ্টনে হাৰ মানিলে। কোনো কথাৰ উত্তৰ নিদিলে দেখি ইংৰাজহঁতে শৈৱলিনীক বিদায় দিলে। শৈৱলিনীয়ে সেই কথাও বুজিব নোৱাৰিলে লৰচৰকে নকৰি থিয় হৈ থাকিল।

আমিয়টে কলে, "এওঁ আমাৰ কথা বুজি নাপায়—আমিও তেওঁৰ কথা নুবুজো। সাজ পোছাকত বাঙালী ছোৱালী যেন বোধ হৈছে। এওঁ বাঙালীৰ ছোৱালী; এজন বাঙালীক মাতি আনি এওঁক কথা সুধিবলৈ কোৱা।"

চাহাবৰ খানচামাবিলাকৰ প্ৰায় সকলোৱেই বাঙালী মুছলমান। আমিয়টে তেওঁবিলাকৰ এজনক মাতি আনি কথা সুধিবলৈ কলে।

খানচামাই সুধিলে, "কান্দিছা কিয় ?"

শৈবলিনীয়ে বলিয়ানীৰ দৰে হাঁহিবলৈ ধৰিলে। খানচামাই চাহাবহঁতক কলে, "পাগল"।

চাহাবহঁতে কলে, "এওঁক সোধা, কি বিচাৰিছে ?"

খানচামাই সুধিলে ; শৈবলিনীয়ে কলে, "ভোক লাগিছে।"

খানচামাই চাহাবহঁতক বুজাই দিলে। আমিয়টে কলে, অলপ খাবলৈ দিয়া।"

খানচামাই অতি হৃষ্টচিত্তেৰে শৈবলিনীক বাবুৰ্চ্চিখানাৰ নাৱলৈ লৈ গ'ল ; হৃষ্টচিতেৰে নিলে, কিয়নো, শৈবলিনী পৰমা সুন্দৰী। শৈবলিনীয়ে একো নেখালে। খানচামাই কলে, "খোৱা না।" শৈবলিনীয়ে কলে, বামুণৰ ছোৱালী ; তোমালোকে চোৱা বস্তু খাম কিয় ?"

খানচামাই গৈ চাহাবহঁতক এই কথা কলে। আমিয়ট চাহাবে কলে, "কোনো এখন নাৱত কোনো ব্ৰাহ্মণ মানুহ নাইনে ?

খানচামাই কলে, "এজন চিপাহী বামুণ আছে। আৰু কয়দী এজন আছে ব্ৰাহ্মণ।

চাহাবে কলে, "যদি কাৰোবাৰ ভাত আছে, দিবলৈ কোৱা।"

খানচামাই শৈবলিনীক লৈ গৈ প্ৰথমে চিপাহীবোৰৰ ওচৰলৈ গ'ল। চিপাহীবোৰৰ চৰুত একোৱেই নাছিল। তেতিয়া

খানচামাই যিখন নাৰত সেই ব্ৰাহ্মণ কয়দী আছিল, শৈৱলিনীক সেই নাৱলৈ লৈ গ'ল।

ব্ৰাহ্মণ কয়দী প্ৰতাপ ৰায়। এখন সৰু পান্‌চৈ নাৱত প্ৰতাপ অকলৈ আছে। বাহিৰত, আগত, পাচফালে চন্তৰীৰ পহৰা। নাৱৰ ভিতৰত এন্ধাৰ।

খানচামাই মাত লগালে, "অ হেৰা ঠাকুৰ।"

প্ৰতাপে সুধিলে, "কিয় ?"

খা। তোমাৰ চৰুত ভাত আছে ?

প্ৰ। কেলেই ?

খা। বামুণৰ ছোৱালী এটি উপবাসে আছে, দুটামান দিব পাৰিবা ?

প্ৰতাপৰো ভাত নাছিল। কিন্তু প্ৰতাপে সেইটো স্বীকাৰ নকৰিলে, কলে, "পাৰিম। মোৰ হাতৰ হাতকেড়েয়া খুলি দিবলৈ কোৱা।"

খানচামাই চন্তৰীক প্ৰতাপৰ হাতকেড়েয়া খুলি দিবলৈ কলে। চন্তৰীয়ে কলে, "হুকুম আনা।"

খানচামাই হুকুম আনিবলৈ গ'ল। পৰৰ কাৰণে ইমানকৈ পানীৰ মাজত কোনে ঘূৰি ফুৰে ? বিশেষকৈ পীৰবক্স চাহাবৰ খানচামা, কেতিয়াও আপোন ইচ্ছাৰে পৰৰ উপকাৰ নকৰে। পৃথিৱীত যিমান প্ৰকাৰৰ মানুহ আছে, ইংৰাজৰ মুছলমান খানচামা সকলোতকৈ নিকৃষ্ট ; কিন্তু ইয়াত পীৰবক্সৰ অলপ স্বাৰ্থ আছিল। সি মনতে ভাবিছিল, এই তিৰুতাজনীৰ খোৱা-বোৱা

শেষ হলে এওঁক এবাৰ খানচামা মহললৈ লৈ গৈ বহুৱাম। পীৰবক্সে শৈৱলিনীক খুৱাই বুৱাই লৈ এই বিষয়ত বাধ্য কৰাবলৈ আগ বাঢ়িল। প্ৰতাপৰ নাৱত শৈৱলিনীয়ে বাহিৰত থিয় হৈ থাকিল—খানচামাই হুকুম কৰাবলৈ আমিয়ট চাহাবৰ ওচৰলৈ গ'ল। শৈৱলিনীয়ে ওৰণিখন টানি লৈ থিয় হৈ থাকিল।

সুন্দৰ মুখৰ জয় সকলোতে। বিশেষকৈ সুন্দৰ মুখৰ অধিকাৰী যদি গাভৰু ছোৱালী হয়, তেনে সেই মুখখনি অমোঘ অস্ত্ৰ স্বৰূপ; আমিয়টে দেখিছিল যে, এই "জেণ্টু" তিৰুতা-গৰাকী নিৰুপমা ৰূপৱতী—তাতে আকৌ বলিয়ানী বুলি শুনি অলপ পুতৌ উপজিছিল। আমিয়টে জমাদাৰৰ হতুৱাই প্ৰতাপৰ হাতকেড়েয়া খুলি দিয়াবলৈ আৰু শৈৱলিনীক প্ৰতাপৰ নাৱৰ ভিতৰলৈ সোমাবলৈ দিবলৈ অনুমতি দি পঠালে।

খানচামাই প্ৰদীপ আনি দিলে। চন্তৰীয়ে প্ৰতাপৰ হাতৰ হাতকেড়েয়া খুলি দিলে। খানচামাক সেই নাৱৰ ওপৰলৈ নাহি-বলৈ কৈ প্ৰতাপে প্ৰদীপটো লৈ মিছামিছিকৈয়ে ভাত বাঢ়িবলৈ বহিল। অভিপ্ৰায়—পলায়ন।

শৈৱলিনীয়ে নাৱৰ ভিতৰলৈ সোমাই গ'ল। চন্তৰীবোৰে থিয় হৈ পহৰা দি আছিল, নাৱৰ ভিতৰলৈ দেখিবলৈ পোৱা নাছিল। শৈৱলিনীয়ে ভিতৰ সোমাই প্ৰতাপৰ সমুখলৈ গৈ ওৰণি গুচাই বহিল।

প্ৰতাপৰ বিস্ময় আঁতৰি গ'লত দেখিলে, শৈৱলিনীয়ে ওঁঠ কামুৰিছে, মুখ অলপ হৰ্ষপ্ৰফুল্ল, মুখমণ্ডল স্থিৰ প্ৰতিজ্ঞাৰ চিন

সংযুক্ত। প্ৰতাপে মানি লবলৈ বাধ্য হ'ল, এওঁ বাঘৰ যোগ্য বাঘিণীয়েই হয়।

শৈৱলিনীয়ে অতি লঘুস্বৰেৰে, কাণে কাণে কলে, "হাত ধোৱাঁ—মই জানো ভাতৰ কঙাল ?"

প্ৰতাপে হাত ধুলে। সেই সময়ত শৈৱলিনীয়ে কাণে কাণে কলে, "এতিয়া পলোৱা। ভঁাজটো এৰিয়েই যি চুচীয়া নাওখন আছে, সৌখন তোমাৰ বাবে।"

প্ৰতাপে তেনেকুৱা মাতেৰেই কলে, "আগেয়ে তুমি যোৱা। নহলে তুমি বিপদত পৰিবা।"

শৈ। এই সময়তে পলোৱা। হাতকেড়েয়া দিলে আৰু পলাব নোৱাৰিবা। এই সময়তে পানীত জাপ দিয়া। বিলম্ব নকৰিবা। এদিনৰ বাবে মোৰ বুদ্ধিমতে চলা, মই বলিয়া। পানীত জাপ মাৰি পৰিম। তুমি মোক তুলিবৰ বাবে পানীত জাপ দিবা।

এই বুলি শৈৱলিনীয়ে উচ্চহাস্য কৰিলে, হাঁহি হাঁহি কলে, "মই ভাত নাখাওঁ।" তেতিয়াই আকৌ কান্দি কান্দি বাহিৰ ওলাই গৈ কলে, "মোক মুছলমানৰ ভাত খুৱালে—মোৰ জাত গল—মা গঙ্গা মোক লবা।" এই বুলি শৈৱলিনীয়ে গঙ্গাৰ সোঁতত জাপ দি পৰিল।

"কি হ'ল ? কি হ'ল ? বুলি প্ৰতাপে চিঞৰি চিঞৰি নাৱৰ পৰা বাজ ওলাল। চন্তৰীয়ে সমুখত থিয় হৈ নিষেধ কৰিবলৈ গৈছিল। "হাৰামজাদা! তিৰুতাজনী বুৰি মৰে, তুমি থিয়

হৈ চাই আছা ?” এই বুলি প্ৰতাপে চিপাহীটোক গোৰ সোধালে। একে গোৰে চিপাহীটো পানচৈখনৰ পৰা তললৈ পৰি গ'ল। নৈৰ পাৰৰ ফালেই চিপাহীটো পৰিল। “তিৰুতা-জনী ৰক্ষা কৰা” বুলি প্ৰতাপে আনটো পাৰেদি পানীত জাপ মাৰি পৰিল। সাঁতোৰাত পটু শৈৱলিনীয়ে আগে আগে সাঁতোৰ মেলি গ'ল।

প্ৰতাপে তেওঁৰ পাচে পাচে সাঁতোৰ দি যাবলৈ ধৰিলে।

“কয়দী পলাল” বুলি পাচৰ পৰা চন্তৰীয়ে চিঞৰিলে আৰু প্ৰতাপক লক্ষ্য কৰি বন্দুক তুলি ললে। তেতিয়া প্ৰতাপে সাঁতোৰ দি আছিল।

প্ৰতাপে ডাক দি কলে, “ভয় নাই—পলোৱা নাই। এই তিৰুতাগৰাকীক তুলিম—সমুখত স্ত্ৰীহত্যা হোৱাটো চাই থাকিম কেনেকৈ ? তই বাপু হিন্দু—ভাবি-চিন্তি ব্ৰহ্মহত্যা কৰিবি।”

চিপাহীয়ে বন্দুক নমাই থলে !

এই সময়তে শৈৱলিনীয়ে সকলোতকৈ শেষত থকা নাওখনৰ ওচৰেদি সাঁতুৰি গৈছিল। সেইখন দেখি শৈৱলিনীয়ে অকস্মাৎ চকখাই উঠিল। দেখিলে যে যিখন নাৱত শৈৱলিনীয়ে লৰেন্স ফষ্টৰৰ লগত বাস কৰিছিল এইখনেই সেইখন।

শৈৱলিনীয়ে কঁপি কঁপি সেইখনৰ পিনে চালে। দেখিলে তাৰ মূধচত জোনাকৰ পোহৰত সৰু পালেংখনৰ ওপৰত এটা চাহাব হেলনীয়াকৈ শুই আছে। তাৰ মুখমণ্ডলত উজ্জ্বল চন্দ্ৰ-ৰশ্মি পৰিছে। শৈৱলিনীয়ে চিঞৰ মাৰি দিলে—দেখিলে,

পালেঙত লৰেন্স ফষ্টৰ। লৰেন্স ফষ্টৰেও সাঁতুৰি থকা গৰাকী-লৈও চাই থাকি থাকি চিনি পালে—শৈৰলিনী। লৰেন্স ফষ্টৰেও চিঞৰ মাৰিলে, "পাক্‌ড়ো! পাক্‌ড়ো! ফষ্টৰ চাহেব ইনাম দেগা।" প্ৰতাপে মনে মনে কলে, ফষ্টৰ চাহাবক ময়ো এবাৰ ইনাম দিছো—ইচ্ছা আছে, আৰু এবাৰ দিম।" প্ৰকাশ্যে ডাক দি কলে, "মই ধৰিছো, তোমালোক উঠা।"

এই কথাত বিশ্বাস কৰি সকলো উভতিল। ফষ্টৰে বুজিব পৰা নাই যে, আগত সাঁতুৰি গৈ থকা মানুহজন প্ৰতাপ। ফষ্টৰৰ মস্তিষ্ক তেতিয়াও নীৰোগ হোৱা নাই।

## ষষ্ঠ পৰিচ্ছেদ

# অগাধ পানীত সাঁতোৰ

দুয়ো সাঁতুৰি বহুত দূৰলৈ গ'ল। কি মনোহৰ দৃশ্য। কি সুখৰ সাগৰত সাঁতোৰ! এই অনন্তদেশব্যাপিনী বিশাল হৃদয়া ক্ষুদ্ৰ বীচিমালিনী নীলিমাময়ী তটিনীৰ বুকুত, চন্দ্ৰকৰ সাগৰৰ মাজত ওপঙি ওপঙি সেই উৰ্দ্ধস্থ অনন্তনীল সাগৰলৈ দৃষ্টি পৰিল; তেতিয়া প্ৰতাপে মনত ভাবিলে, মানুহৰ অদৃষ্টত এই সমুদ্ৰত সাঁতোৰ লেখা নাই কিয়? মানুহে সৌ মেঘৰ তৰঙ্গ ভাঙিব নোৱাৰে কিয়? কি পুণ্য কৰিলে এই সমুদ্ৰত সাঁতুৰিব পৰা জীৱ হ'ব পাৰো? সাঁতোৰ? কি তুচ্ছ ক্ষুদ্ৰ পাৰ্থিব নৈখনত সাঁতোৰ। জন্মৰে পৰা এই দুৰন্ত কাল-সমুদ্ৰত সাঁতোৰ দিছো, তৰঙ্গ ঠেলি তৰঙ্গৰ ওপৰত পেলাইছো—তৃণৰ দৰে তৰঙ্গে তৰঙ্গে ঘূৰি ফুৰিছো—আকৌ সাঁতোৰ কি? শৈৱলিনীয়ে ভাবিলে, এই পানীৰতো তলি আছে—মই যে অতল জলত উটিছো।

তুমি গ্ৰাহ্য কৰা নকৰা সেই বুলিতো জড় প্ৰকৃতিয়ে এৰি নিদিয়ে—সৌন্দৰ্য্যতো লুকাই নেথাকে। তুমি যি সমুদ্ৰত সাঁতোৰ নিদিয়া কিয়। পানীৰ নীলিমাৰ মাধুৰ্য্য বিস্মৃত নহয়—সৰু ঢৌবোৰৰ মালাবোৰ ছিগি নেযায়,—সেইবোৰ সেইদৰে পানীত পাৰত গছবোৰ সেইদৰেই দুলি থাকে—পানীত জোনৰ জোনাকে সেইদৰেই খেলা কৰে। জড়প্ৰকৃতিৰ দৌৰাত্ম্য! স্নেহময়ী মাতৃৰ দৰে সকলো সময়তে আদৰ কৰিব খোজে।

এইবোৰ কেৱল প্ৰতাপৰ চকুত। শৈৱলিনীৰ চকুত নহয়। শৈৱলিনীয়ে নাৱৰ ওপৰত যি ৰুগ্ন, শীৰ্ণ, শ্বেত মুখমণ্ডল দেখা পাইছিল তেওঁৰ মনত কেৱল সেইটোৱেই জাগি আছিল। শৈৱলিনীয়ে কলৰ পুতলাৰ দৰে সাঁতোৰ মেলিছিল। কিন্তু শ্ৰান্তি নাই। দুয়ো সাঁতোৰত পটু। সাঁতোৰত প্ৰতাপৰ আনন্দ সাগৰ উথলি উঠিছিল।

প্ৰতাপে ডাক দিলে, "শৈৱলিনী—শৈ!"

শৈৱলিনী চমকি উঠিল্—হৃদয় কঁপিবলৈ ধৰিলে। সৰু-কালত প্ৰতাপে শৈৱলিনীক "শৈ" বা "সই" বুলি মাতিছিল। আকৌ সেই প্ৰিয় সম্বোধন কৰিলে। কত কালৰ পিচত। বছৰত জানো কালৰ জোখমাখ হ'য়? ভাবত আৰু অভাৱতহে কালৰ জোখমাখ। শৈৱলিনীয়ে কিমান বছৰ 'সই' শব্দ শুনা নাই। শৈৱলিনীৰ সেই একমন্বন্তৰ। এতিয়া সেই শব্দ শুনি শৈৱলিনীয়ে সেই অনন্ত জলৰাশিৰ মাজত চকু মুদিলে। মনে মনে চন্দ্ৰতৰাক সাক্ষী কৰিলে। চকু মুদি কলে, "প্ৰতাপ! আজিও এই মৰা গঙ্গাত চন্দ্ৰৰ পোহৰ কিয়?

প্ৰতাপ কলে, "চন্দ্ৰৰ? নহয়। সূৰ্য্য ওলাইছে।—শৈ! আৰু ভয় নাই। কোনেও খেদি অহা নাই।

শৈ। তেনে ব'লা পাৰলৈ উঠি যাওঁ।

প্ৰ। শৈ!

শৈ। কি?

প্ৰ। মনত পৰেনে?

শৈ। কি ?

প্ৰ। আৰু এদিন এইদৰেই সাঁতোৰ দিছিলো।

শৈৱলিনীয়ে উত্তৰ নিদিলে। এডোখৰ ডাঙৰ কাঠ উটি গৈছিল; শৈৱলিনীয়ে সেই ডোখৰ ধৰিলে। প্ৰতাপক কলে, "ধৰা, ভৰ সহিব। বিশ্ৰাম কৰা।" প্ৰতাপে কাঠ ডোখৰ ধৰিলে। কলে, "মনত পৰেনে? তুমি বুৰ যাব নোৱাৰিলা—মই পাৰিলো ?" শৈৱলিনীয়ে কলে, "মনত পৰে। তুমি যদি আকৌ সেই নাম ধৰি আজি নামাতিলাহেঁতেন তেনে আজি তাৰ পোটক তুলিলোহেঁতেন। কিয় মাতিলা ?

প্ৰ। তেনে মনত আছে যে, মই ইচ্ছা কৰিলে বুৰ যাব পাৰো ?

শৈৱলিনীয়ে শঙ্কিতা হৈ কলে, "কিয় প্ৰতাপ ? ব'লা পাৰৰ ওপৰলৈ উঠো।"

প্ৰ। মই নুঠো। আজি মৰিম।

প্ৰতাপে কাঠ ডোখৰ এৰি দিলে।

শৈ। কিয়, প্ৰতাপ ?

প্ৰ। তামাচা নহয়—নিশ্চয় বুৰ যাম—তোমাৰ হাতত কথা।

শৈ। কি বিচাৰিছা, প্ৰতাপ ? যিহকে কোৱা, তাকে কৰিম।

প্ৰ। এটা শপত খোৱা, তেনে মই উঠিম।

শৈ। কি শপত প্ৰতাপ ?

শৈৱলিনীয়ে কাঠডোখৰ এৰি দিলে। তেওঁৰ চকুত, সকলো-বোৰ তৰা ঘূমাই গ'ল। চন্দ্ৰই কপিশবৰ্ণ ধাৰণ কৰিলে। নীলা পানী নীলা জুইৰ দৰে জ্বলিবলৈ ধৰিলে। ফষ্টৰ আহি যেন সমুখত তৰোৱাল হাতত লৈ থিয় দিলে। শৈৱলিনীয়ে ৰুদ্ধ-নিশ্বাসেৰে কলে, "কি শপত, প্ৰতাপ ?"

দুয়ো ওচৰাওচৰিকৈ কাঠ দুডোখৰ এৰি সাঁতোৰ দি গৈ আছিল। গঙ্গাৰ কলকল চলচল জলভঙ্গৰৱৰ মাজত এই ভয়ঙ্কৰ কথাবাৰ্ত্তা হৈছিল। চাৰিওফালৰ সিঁচৰতি হৈ পৰা পানীৰ কণিকাৰ মাজত জোনটোৱে হাঁহিছিল। জড় প্ৰকৃতিৰ দৌৰাত্ম্য।

"কি শপত প্ৰতাপ ?"

প্ৰ। এই গঙ্গাৰ পানীত—

শৈ। মোৰ মানত গঙ্গা কি ?

প্ৰ। তেনে ধৰ্ম্ম সাক্ষী কৰি কোৱা—

শৈ। মোৰ ধৰ্ম্মই বা ক'ত ?

প্ৰ। তেনে মোৰে শপত ?

শৈ। ওচৰলৈ আহাঁ—হাতখন দিয়া।

প্ৰতাপ ওচৰলৈ গৈ বহুকালৰ পিচত শৈৱলিনীৰ হাতত ধৰিলে। দুয়োজনবে সাঁতোৰা টান হৈ পৰিল। আকৌ দুয়ো কাঠ ডোখৰ ধৰিলে।

শৈৱলিনীয়ে কলে, "এতিয়া যি কথা সুধিছা, শপত খাই কব পাৰো—কিমানকালৰ পিচত প্ৰতাপ ?"

প্ৰ। মোৰ শপত খোৱা, নহলে বুৰিম। কিহৰ কাৰণে

প্ৰাণ ৰাখিম ? কোনে হেঁপাহ কৰি এই পাপ জীৱনৰ ভাৰ সহিব খোজে ? জোনৰ পোহৰত এই স্থিৰ গঙ্গাৰ মাজত যদি এই বোজাটো নমাই থব পাৰো, তেনে তাতকৈ আৰু সুখৰ কথা কি আছে ?

ওপৰত চন্দ্ৰই হাঁহিছিল।

শৈৱলিনীয়ে কলে, "তোমাৰ শপত—কি ক'ম ?"

প্ৰ। শপত খোৱা,—মোৰ গা চুই শপত খোৱা—মোৰ মৰা জীয়া শুভাশুভৰ বাবে তুমি দায়ী—

শৈ। তোমাৰ শপত—তুমি যি ক'বা, এই জন্মত সেয়েই মোৰ স্থিৰ হৈ থাকিব।

প্ৰতাপে অতি ভয়ানক শপতৰ কথা কলে। সেই শপত শৈৱলিনীৰ পক্ষে অতিশয় কঠিন, অতিশয় ৰুক্ষ। সেইটো পালন কৰা অসাধ্য, প্ৰাণান্তকৰ। শৈৱলিনীয়ে শপত খাব নোৱাৰিলে। কলে, "এই সংসাৰত মোৰ সমান দুখুনী কোন আছে প্ৰতাপ ?"

প্ৰ। মই!

শৈ। তোমাৰ ঐশ্বৰ্য্য আছে—বল আছে—কীৰ্ত্তি আছে—বন্ধু আছে—ভৰসা আছে—ৰূপসী আছে—মোৰ কি আছে প্ৰতাপ ?

প্ৰ। একো নাই—আহাঁ, তেনে দুয়ো বুৰ যাওঁ।

শৈৱলিনীয়ে কিছুপৰ চিন্তা কৰিলে। চিন্তাৰ ফলত, তেওঁৰ জীৱন-নদীত প্ৰথম বিপৰীত-ভাৱে তৰঙ্গ উত্থিত হ'ল।

"মই মৰো তাত ক্ষতি কিহৱ ? কিন্তু মোৰ কাৰণে প্ৰতাপ মৰিব কিয় -" প্ৰকাশ্যে কলে, "পাৰলৈ ব'লা।"

প্ৰতাপ কাঠ ডোখৰ এৰি দি বুৰ মাৰিলে।

তেতিয়া প্ৰতাপৰ হাতত শৈৱলিনীৰ হাত আছিল, শৈৱলিনীয়ে টানিলে। প্ৰতাপ উঠিল।

শৈ। মই শপত খাম। কিন্তু তুমি এবাৰ ভাবি চোৱা। মোৰ সৰ্ব্বস্ব কাঢ়ি লৈছা। মই তোমাক নিবিচাৰো। তোমাৰ চিন্তা কিয় এৰিম ?

প্ৰতাপে হাত এৰি দিলে। শৈৱলিনীয়ে আকৌ ধৰিলে। তেতিয়া অতি গম্ভীৰ, স্পষ্টভাৱে শুনাকৈ অথচ বাষ্পৰুদ্ধ কণ্ঠেৰে শৈৱলিনীয়ে কথা কবলৈ ধৰিলে—কলে,—"প্ৰতাপ, হাতখন টানকৈ ধৰা। প্ৰতাপ, শুনা, তোমাৰ গা চুই শপত খাইছো— তোমাৰ মৰণ জীৱন শুভ অশুভ মোৰ দায়িত্বত। শুনা তোমাৰ শপত। আজিৰ পৰা তোমাক পাহৰি যাম। আজিৰ পৰা মোৰ সৰ্ব্বসুখত জলাঞ্জলি। আজিৰ পৰা মই মনটো দমন কৰি লম। আজিৰ পৰা শৈৱলিনী মৰিল।"

শৈৱলিনীয়ে প্ৰতাপৰ হাত এৰি দিলে—কাঠ ডোখৰো এৰিলে।

প্ৰতাপে গদ্‌গদ্ কণ্ঠেৰে কলে, "বলা, পাৰলৈ উঠি যাওঁ।"

দুয়ো গৈ পাৰত উঠিল।

খোজ কাঢ়ি গৈ ভাঁজটো পাৰ হ'ল। চুচীয়া নাওখন ওচৰতে আছিল। দুয়ো তাত উঠি নাওখন মেলি দিলে। দুয়োৰে

ভিতৰৰ কোনো এজনেও জনা নাছিল যে, ৰমানন্দ স্বামীয়ে তেওঁবিলাকক বিশেষ অভিনিবেশ সহকাৰে লক্ষ্য কৰি আছে।

ইফালে ইংৰাজৰ মানুহে তেতিয়া ভাবিলে, কয়দী পলাল। সিহঁত পাচমুৱা হৈ উলটিল ; কিন্তু চুচীয়া নাওখন সোনকালেই অদৃশ্য হৈ পৰিল।

ৰূপসীৰ লগত মকৰ্দ্দমাৰ আৰ্জি পেচ নৌহওঁতেই শৈৱলিনীয়ে হাৰ মানিলে।

## সপ্তম পৰিচ্ছেদ

## ৰামচৰণৰ মুক্তি

প্ৰতাপ যদি পলাল, ৰামচৰণৰ মুক্তি তেনে সহজেই ঘটিল। ৰামচৰণ ইংৰাজৰ নাৱত বন্দীভাবে নাছিল। তেওঁৰ গুলীত যে ফষ্টৰৰ আঘাত আৰু চন্তৰীৰ নিপাত হৈছিল, সেইটো কোনেও জনা নাছিল। তেওঁক সামান্য ভৃত্য বুলি বিবেচনা কৰি আমিয়টে মুঙ্গেৰৰ পৰা যাত্ৰাকালত বিদায় দিলে। কলে, "তোমাৰ গিৰিহঁত বৰ বদমাচ্, তাক আমি শাস্তি দিম, কিন্তু তোমাক আমাৰ কোনো প্ৰয়োজন নাই। তোমাৰ যলৈকে ইচ্ছা যাব পাৰা।" কথাটো শুনি ৰামচৰণে চেলাম কৰি হাতজোৰ কৰি কলে, "মই চহা গুৱাল—কথাবতৰা একো নেজানো—খং নকৰিব মোৰ লগত আপোনালোকৰ জানো কিবা সম্পৰ্ক আছে?"

আমিয়টক কোনোবাই কথাটো বুজাই দিলত, আমিয়টে সুধিলে, "কিয়?"

ৰা। নহলে মোৰ লগত তামাচা কৰিব কিয়?

আমিয়ট। কি তামাচা?

ৰা। মোৰ ভৰিটো ভাঙি দি য'লৈকে মন যায় তালৈকে যাবলৈ কোৱাত এইটোকে বুজায় যে মই আপানালোকৰ ঘৰত বিয়া কৰাইছো। মই গুৱালৰ লৰা, ইংৰাজৰ ভনী এজনী বিয়া কৰালে মোৰ জাত যাব।

দোভাষীয়ে আমিয়টক কথাটো বুজাই দিলতো তেওঁ একো বুজিব নোৱাৰিলে। মনে মনে ভাবিলে, ই একপ্ৰকাৰ খোচা-মোদ। মনতে ভাবিলে, যেনেকৈ নেটিভবিলাকে খোচামোদ কৰি, "মা বাপ" "ভাই" এইবোৰ সম্বন্ধসূচক শব্দ ব্যৱহাৰ কৰে। ৰামচৰণেও সেইদৰে খোচামোদ কৰি তেওঁক মিতিৰ বুলিছে। আমিয়ট নিতান্ত অপ্ৰসন্ন নহল। সুধিলে "তুমি কি বিচাৰিছা?"

ৰামচৰণে কলে, "মোৰ ভৰিটো জোৰা দিয়াৰ হুকুম হ'ক।

আমিয়টে হাঁহি কলে, "আচ্ছা, তুমি কিছুদিন আমাৰ লগত থাকা, ঔষধ দিম।"

ৰামচৰণে সেইটোকে বিচাৰিছে। প্ৰতাপ বন্দী হৈ গ'লত, ৰামচৰণে তেওঁৰ লগত থাকিব খোজে। সেইদেখি ৰামচৰণে নিজ ইচ্ছামত আমিয়টৰ লগত গ'ল। তেওঁ কয়দী হৈ আৰু নেথাকিল।

যি ৰাতি প্ৰতাপ পলাল, সেই ৰাতি ৰামচৰণে কাকো একো নোকোৱাকৈ নাৱৰ পৰা নামি লাহে লাহে ওলাই গ'ল। যোৱাৰ সময়ত ৰামচৰণে অফুট সুৰেৰে ইণ্ডিল মিণ্ডিলৰ বাপেক-মাক বাই-ভনীৰ বিষয়ে অনেক নিন্দাসূচক কথা কৈ কৈ ওলাই গ'ল। ভৰিটো জোৰা লাগিল।

## অষ্টম পৰিচ্ছেদ

## পৰ্ব্বতৰ ওপৰত

আজি ৰাতি আকাশত জোন নোলাল। মেঘ আহি চন্দ্ৰ নক্ষত্ৰ, নীহাৰিকা, নীলিমা সকলোবোৰ ঢাকিলে। মেঘ ছিদ্ৰশূন্য, অনন্তবিস্তাৰী, পানীৰে পূৰ্ণ হৈ থকাবাবে ধোঁৱাবৰণীয়া ;—তাৰ তলত অনন্ত অন্ধকাৰ ; ডাঠ, অন্তহীন, সকলো আবৃত কৰিব পৰা অন্ধকাৰ ; তাৰ তলত নদী বালিচাপৰি, উপকূলত থকা গিৰিশ্ৰেণী সকলো ঢাক খাই পৰিছে ; সেই অন্ধকাৰত শৈৱলিনী গিৰিৰ উপত্যকাত অকলশৰীয়াকৈ বিহাৰিনী।

শেষৰাতি চুচীয়া নাওখন পাচৰ পৰা খেদি আহি থকা ইংৰাজ বিলাকৰ অনুচৰবিলাকক দূৰতে থৈ পাৰত লাগিছিলহি—ডাঙৰ ডাঙৰ নৈবিলাকৰ পাৰত নিভৃত নিৰ্জ্জন ঠাইৰ অভাৱ নাই—তেনেকুৱা এডোখৰ ঠাইত নাওখন লগাইছিলহি। তেনে সময়তে শৈৱলিনীয়ে কোনেও নেদেখাকৈ-নাৱৰ পৰা পলাল। এইবাৰ শৈৱলিনীয়ে অসৎ অভিপ্ৰায়েৰে পলোৱা নাই। যি ভয়ত দগ্ধ হৈ থকা অৰণ্যৰ পৰা অৰণ্যত থকা জীৱবিলাক পলায়, শৈৱলিনী সেই ভয়তে প্ৰতাপৰ সংসৰ্গৰ পৰা পলাল। প্ৰাণৰ ভয়ত শৈৱলিনীয়ে সুখ সৌন্দৰ্য্য প্ৰণয়াদি পৰিপূৰ্ণ সংসাৰৰ পৰা পলাল। সুখ, সৌন্দৰ্য্য, প্ৰণয়, প্ৰতাপ, এইবোৰত শৈৱলিনীৰ আৰু অধিকাৰ নাই—আশা নাই—আকাঙ্ক্ষাও পৰিত্যাগৰ বস্তু—

ওচৰত থাকিলে কোনে আকাঙ্ক্ষা পৰিহাৰ কৰিব পাৰে ? মৰু-ভূমিত থাকিলে, কোন তৃষাতুৰ পথিকে, সুশীতল ফটিক ধাৰ যেন সুবাসেৰে পৰিপূৰ্ণ পানী চকুৰে দেখি কণ্ঠভৰি পান নকৰাকৈ থাকিব পাৰে ? ভিক্টৰ হুগোৱে যি সাগৰতলত বাস কৰা ৰাক্ষসৰ প্ৰকৃতিৰ ভয়ঙ্কৰ পুৰুভুজৰ বৰ্ণনা কৰিছে, লোভ বা আকাঙ্ক্ষা সেই জীৱৰ স্বভাৱ অনুসৰি উৎপন্ন হোৱা যেন লাগে। ইহঁত অতি চক্‌চকীয়া ফটিকতকৈও বঢ়া ফট্ ফটীয়া পানীত বাস কৰে। ইহঁতৰ থকা ঠাইত মৃদুমৃদু জ্যোতিৰে উৎফুল্ল হৈ থকা মনোহৰ শিলবোৰ অলপ অলপকৈ জ্বলি থাকে, ইহঁতৰ থকা ঠাইত কিমান যে মহামূলীয়া মুকুতা আৰু পোৱালে পোহৰাই থাকে ; কিন্তু ইহঁতে মানুহৰ শোণিত পান কৰে ; যি মানুহে ইহঁতৰ থকা ঠাইৰ সৌন্দৰ্য্যত বিমুগ্ধ হৈ তালৈ যায়, এই শতবাহু ৰাক্ষসে, ক্ৰমে ক্ৰমে এটা এটাকৈ হাত প্ৰসাৰিত কৰি তাক ধৰে ; ধৰিলে আৰু কোনেও এৰুৱাব নোৱাৰে। এশ হাতেৰে এহেজাৰ গাঁথিৰে মেৰাই ধৰে ; তেতিয়া ৰাক্ষসটোৱে, শোণিত শোষণ কৰা এহেজাৰখন মুখ হতভাগ্য মানুহজনৰ গাত থৈ তেওঁৰ শোণিত শোষণ কৰিবলৈ ধৰে।

শৈৱলিনীয়ে যুদ্ধত নিজক অক্ষম বিবেচনা কৰি ৰণত ভঙ্গ দি পলায়ন কৰিলে। মনত তেওঁৰ ভয় আছিল, প্ৰতাপে তেওঁৰ পলায়নৰ বৃত্তান্ত জানিব পাৰিলেই, তেওঁৰ অনুসন্ধান কৰিব। এই কাৰণে ওচৰত ক'তো নৈ নেথাকি যিমানদূৰ পাৰিলে, সিমান দূৰ লৰি ঢাপৰি গ'ল। ভাৰতবৰ্ষৰ কঁকালৰ কৰধনি স্বৰূপ, যি

শিখৰদেশতহে আছে, অথচ শীৰ্ষদেশত তাক দেখা পালে। পৰ্ব্বতত উঠিলে, অনুসন্ধান কৰিবলৈ আৰু কোনোবাই যদি দেখা পায়, এইভাবে ভাবি শৈৱলিনী পৰ্ব্বত আৰোহণ কৰিবলৈ মন মকৰিলে। ৰাতি ৰাজপথত লুকাই থাকিল। গোটেই দিনটো অনাহাৰতে গ'ল। আবেলিলৈ অতীত হ'ল, তাৰ পাছত অন্ধকাৰ, পিচত জোনাক হ'ব। শৈৱলিনীয়ে আন্ধাৰত গিৰি আৰোহণ আৰম্ভ কৰিলে। আন্ধাৰত শিলৰ টুকুৰাবোৰৰ আঘাতত ভৰি দুটা ক্ষতবিক্ষত হ'বলৈ ধৰিলে। ঘন ঘন লতাগুল্মৰ মাজত বাট পোৱা নেযায়; সেইবোৰৰ জৰা ডালবোৰৰ আগৰ কাঁইট লাগি, বা গাগছৰ গুৰি ভোৰত লাগি, হাত ভৰিবোৰ কাটি তেজ ওলাবলৈ ধৰিলে। শৈৱলিনীৰ প্ৰায়শ্চিত্ত আৰম্ভ হ'ল।

ইয়াৰ বাবে শৈৱলিনীৰ দুখ নেলাগিল। নিজৰ ইচ্ছাক্ৰমেই শৈৱলিনীয়ে এই প্ৰায়শ্চিত্তত প্ৰবৃত্ত হৈছিল। নিজৰ ইচ্ছাক্ৰমেই শৈৱলিনীয়ে সুখময় সংসাৰ ত্যাগ কৰি, এই ভীষণ কণ্টকময়, হিংস্ৰজন্তুৰে পৰিবৃত পৰ্ব্বতীয়া অৰণ্যৰ মাজত সোমাইছিল। ইমান দিন ঘোৰতৰ পাপত নিমগ্ন হৈ আছিল—এতিয়া দুখ ভোগ কৰিলে জানো সেই পাপৰ কোনো উপশম হ'ব ?

সেই দেখি ক্ষতবিক্ষত ভৰিৰে, তেজ বৈ পৰা কলেৱৰেৰে, ভোক পিয়াহত আতুৰ হৈ শৈৱলিনীয়ে গিৰি আৰোহণ কৰিবলৈ লাগিল। বাটপথ নাই—লতাগুল্ম আৰু শিলৰাশিৰ মাজত দিনতো বাট পোৱা নেযায়—এতিয়া আন্ধাৰ। সেই কাৰণে শৈৱলিনীয়ে বহুত কষ্টেৰে অলপ দূৰ মাথোন আৰোহণ কৰিব পাৰিলে।

এনে সময়ত ঘোৰ ডাৱৰে আকাশ ঢাকি আহিল। বন্ধ্ৰপথ-শূন্য, ছেদবিহীন, অনন্তবিস্তৃত ক'লা আৱৰণে আকাশৰ মুখখন টানকৈ বান্ধিলে। আন্ধাৰৰ ওপৰত আন্ধাৰ নামি আহি গিৰিশ্ৰেণী, তলত থকা হাবি বন, দূৰৈত থকা নদী, সকলোবোৰ ঢাকি পেলালে, জগত অন্ধকাৰ—মাত্ৰাত্মক—শৈৱলিনীৰ বোধ হবলৈ ধৰিলে, জগতত শিল, কাঁইট আৰু অন্ধকাৰৰ বাহিৰে আৰু একো নাই। আৰু পৰ্ব্বত আৰোহণেৰ চেষ্টা মিছা—শৈৱলিনীয়ে হতাশ হৈ সেই কাঁইটীয়া বনত বহি পৰিল।

আকাশৰ মাজভাগৰ পৰা সীমান্তলৈকে, সীমান্তৰ পৰা মাজভাগলৈকে বিজুলী ৰেখা চকমকাবলৈ ধৰিলে। অতি ভয়ঙ্কৰ। লগে লগে অতি গম্ভীৰ মেঘগৰ্জ্জন আৰম্ভ হ'ল। শৈৱলিনীয়ে বুজিলে, বিষম গ্ৰীষ্মকালৰ ধুমুহা সেই পৰ্ব্বতৰ ভৰিপথানত প্ৰমত্ত হৈ উঠিব। ক্ষতি কি? এই পৰ্ব্বতৰ গাৰ পৰা বহুতো গছ, ডাল, পাত, ফুল নিজৰ ঠাইৰ পৰা বিচ্যুত হৈ বিনাশ পাব—শৈৱলিনীৰ কপালত সেই সুখো নঘটিবনে?

গাত কিহৰ শীতল স্পৰ্শ অনুভূত হ'ল? এটোপাল বৰষুণ। এটোপ, এটোপ এটোপ! তাৰ পিচত দিগন্তব্যাপী গৰ্জ্জন। সেই গৰ্জ্জন বৰষুণৰ, বায়ুৰ আৰু মেঘৰ; তাৰ লগত কেতিয়াবা গছৰ ডাল ভঙাৰ শব্দ, ক'ৰবাত ভয়াৰ্ত্ত পশুৰ চিঞৰ। ক'ৰবাত নিজ ঠাইৰ পৰা খহি পৰা এডোখৰ ডাঙৰ শিল খহি পৰাৰ শব্দ। দূৰৈত গঙ্গাৰ আউলি বাউলি হোৱা ঢৌবোৰৰ চিঞৰ। মূৰটো নত কৰি পৰ্ব্বতীয়া শিলৰ আসনত শৈৱলিনী বহি আছে—মূৰৰ

ওপৰত শীতল জলৰাশিৰ বৰ্ষণ হবলৈ ধৰিছে। গাব ওপৰত গছ লতা গুল্মাদিৰ ডালবোৰ বতাহে কোবাই আনি পেলাই দিছে। আকৌ সেইবোৰ উঠিছে—আকৌ সেইবোৰে কোবাইছে! পৰ্ব্বতৰ শিখৰৰ পৰা জলপ্ৰবাহ বিষম বেগেৰে বৈ আহি শৈৱলিনীৰ কৰঙনলৈকে বুৰাই দি লৰ দিছে।

তুমি জড়প্ৰকৃতি! তোমাক কোটি কোটি প্ৰণাম! তোমাৰ দয়া নাই, মমতা নাই, জীৱৰ প্ৰাণ নাশত সঙ্কোচ নাই, তুমি অশেষ ক্লেশৰ জননী অথচ তোমাৰ পৰা সকলো পাইছো—তুমি সকলো সুখৰ আকৰ, সৰ্ব্বমঙ্গলময়ী, সৰ্ব্বাৰ্থসাধিকা, সৰ্ব্বকামনা-পূৰ্ণকাৰিণী, সৰ্ব্বাঙ্গসুন্দৰী, তোমাক নমস্কাৰ। হে মহাভয়ঙ্কৰী নানাৰূপৰঙ্গিণি! কালি তুমি ললাটত চন্দ্ৰমাৰ ফোঁট লৈ, শিৰত নক্ষত্ৰৰ মণিময় কিৰীটি ধাৰণ কৰি, ভুৱনমোহিনী হাঁহিৰে ভুৱন মুহিলা। গঙ্গাৰ সৰু সৰু ঢৌবোৰত পুষ্পমালা গাঁথি ফুলে ফুলে ইন্দ্ৰজাল ওলোমাইছো; বালি চাপৰিবোৰত কোটি কোটি সংখ্যাৰ হীৰাৰ টুকুৰা জ্বলাইছা; গঙ্গাৰ বুকুত নীলিমা ঢালি দি, সেই নীলিমাত কিমান সুখত যুৱক-যুৱতীক উটাইছিলা! যেন কিমান আদৰ জানা—কিমান যে আদৰ কৰিছিলা আজি এইটো কি হ'ল? তুমি অবিশ্বাসযোগ্যা সৰ্ব্বনাশিনী। কিয় প্ৰাণী-বিলাকক লৈ তুমি ধেমালি কৰা, সেইটো বুজি নেপাওঁ—তোমাৰ বুদ্ধি নাই, জ্ঞান নাই, চেতনা নাই—কিন্তু তুমি সৰ্ব্বময়ী, সৰ্ব্বকৰ্ত্ৰী সৰ্ব্বনাশিনী আৰু সৰ্ব্বশক্তিময়ী; তুমি ঐশী মায়া, তুমি ঈশ্বৰৰ কীৰ্ত্তি, তুমিয়েই অজেয়। তোমাক কোটি কোটি প্ৰণাম।

ভালেমান পৰৰ পিচত বৰষুণ এৰিলে—ধুমুহাৰ কোব নগল অলপ কমিল মাথোন—আন্ধাৰ আৰু বেচি গাঢ় হ'ল। শৈৱলিনীয়ে বুজি পালে যে, পানী পৰি পিছল হোৱা পৰ্ব্বতত উঠা নমা দুয়োটোই অসাধ্য। শৈৱলিনীয়ে তাতে বহি জাৰত কঁপি কঁপি থাকিবলৈ ধৰিলে। তেতিয়া তেওঁৰ গাৰ্হস্থ্য সুখপূৰ্ণ বেদগ্ৰামৰ পতিগৃহ মনত পৰিল। মনত খেলালে যে, যদি আৰু এবাৰ সেই সুখৰ আগাৰ চাই মৰিব পাৰো, তথাপি সুখতে মৰিম। কিন্তু সেইটো দূৰতে থাকক—কিজানি আৰু সূৰ্য্যোদয়ো দেখিবলৈ নাপাম। বাৰে বাৰে যি মৃত্যুক মাতি আছিলো, সেই মৃত্যু আজি ওচৰতে। এনে সময়ত সেই মনুষ্যশূন্য পৰ্ব্বতত সেই অগম্য বনৰ মাজত সেই মহাঘোৰ অন্ধকাৰত, কোনোবা এজন মানুহে শৈৱলিনীৰ গাত হাত দিলে।

শৈৱলিনীয়ে প্ৰথমে ভাবিলে, কিবা এটা বনৰীয়া জন্তু। কিন্তু আকৌ সেই হাতৰ পৰশ—স্পষ্টভাৱে মানুহৰ হাতৰ পৰশ—এন্ধাৰত একোকে নেদেখি। শৈৱলিনীয়ে ভয়ত বিকৃত হোৱা কণ্ঠেৰে সুধিলে, "তুমি কোন ? দেৱতা নে মানুহ ?" মানুহৰ পৰা শৈৱলিনীৰ ভয় নাই—কিন্তু দেৱতাৰ ওচৰতে ভয়। কিয়নো দেৱতা দণ্ডবিধাতা।

কোনেও একো উত্তৰ নিদিলে। কিন্তু শৈৱলিনীয়ে বুজিলে যে, মানুহ হওক, দেৱতা হওক, তেওঁক দুইখন হাতেৰেই ধৰিছে। শৈৱলিনীয়ে তপত নিশ্বাসৰ স্পৰ্শ কান্ধৰ ওচৰত অনুভৱ কৰিলে। দেখিলে—এখন ভুজ শৈৱলিনীৰ পিঠিত স্থাপন কৰি—আনখন

হাতেৰে শৈৱলিনীৰ মুখোখনি একেলগ কৰি ল'লে। শৈৱলিনীয়ে অনুভৱ কৰিলে যে, তেওঁক দাঙি লৈছে। শৈৱলিনীয়ে অলপ চিঞৰিলে—বুজিলে যে, মানুহ হওক, দেৱতা হওক, তেওঁক দুই-হাতৰ ওপৰত তুলি লৈ ক'ৰবালৈ লৈ গৈছে।

কিছুমান সময়ৰ পিছত অনুভৱ কৰিব পাৰিলে যে, তেওঁ শৈৱলিনীক কোলাত লৈ অতি সাৱধানে পৰ্ব্বতৰ ওপৰলৈ উঠি গৈছে। শৈৱলিনীয়ে ভাবিলে যে এওঁ যেয়েই নহওক অৱেশ্য ফষ্টৰ নহয়।

# চতুৰ্থ খণ্ড

## প্ৰায়শ্চিত্ত

### প্ৰথম পৰিচ্ছেদ

### প্ৰতাপে কি কৰিলে

প্ৰতাপ জমিদাৰ আৰু প্ৰতাপ ডকাইত। আমি যি সময়ৰ কথা কৈছো, সেই সময়ৰ বহুতো জমিদাৰ ডকাইতেই আছিল। ডাৰউইনে কৈছে, মানৱজাতি বান্দৰৰ নাতিপুতি। এই কথাত যদি কোনোবাই খং কৰেও তথাপি তেনে পূৰ্ব্বপুৰুষসকলক এই অখ্যাতি শুনি, বোধহয় কোনো জমিদাৰে আমাৰ ওপৰত ক্ৰোধ নকৰিব। বাস্তৱিকতে ডকাইতৰ বংশত জন্মগ্ৰহণ কৰাটো অগৌৰৱৰ কথা বুলি বোধ নহয়; কিয়নো, আনপিনে দেখিবলৈ পাওঁ, ভালেমান ডকাইতৰ বংশই গৌৰৱত প্ৰধান ঠাই অধিকাৰ কৰিছে। তাইমুৰ লং নামেৰে বিখ্যাত ডকাইতজনৰ পিচৰ পুৰুষেই বংশমৰ্য্যাদাত পৃথিৱীৰ ভিতৰত শ্ৰেষ্ঠ হৈ পৰিছিল। ইংলণ্ডত যিবিলাকে বংশমৰ্য্যাদাত বিশেষ গৰ্ব্ব অহঙ্কাৰ কৰিবলৈ বিচাৰে তেওঁবিলাকে নৰ্ম্মান বা স্কাণ্ডেনেভীয় নাৱৰীয়া ডকাইত বোৰৰ বংশোদ্ভৱ বুলি আত্মপৰিচয় দিয়ে। প্ৰাচীন ভাৰতত কুৰুবংশৰে বিশেষ মৰ্য্যাদা আছিল; তেওঁবিলাক গৰু চোৰ; বিৰাট ৰজাৰ উত্তৰ গো গৃহৰ পৰা গৰু চুৰ কৰিবলৈ গৈছিল্। দুই এজন বঙালী জমিদাৰৰ এনেকুৱা কিঞ্চিৎ পৰিমাণে বংশ-মৰ্য্যাদা আছে।

পিচে আন আন প্ৰাচীন জমিদাৰৰ লগত প্ৰতাপৰ দস্যু-স্বভাৱৰ অলপমান প্ৰভেদ আছিল। আপোন সম্পত্তি ৰক্ষা কৰিবৰ বাবে বা দুৰ্দ্দান্ত শত্ৰু দমনৰ কাৰণেই প্ৰতাপে ডকাইত-বিলাকৰ সাহায্য গ্ৰহণ কৰিছিল। অনৰ্থক পৰৰ বস্তু অপহৰণ বা পৰপীড়নৰ বাবে কৰা নাছিল ; আচলতে দুৰ্ব্বল বা নৰিয়া পৰা মানুহক ৰক্ষা কৰি পৰোপকাৰ কৰা বৃত্তিৰ বাবেইহে ডকাইতৰ বৃত্তি গ্ৰহণ কৰিবলগীয়া হৈছিল। প্ৰতাপে আকৌ সেই বাটেদি যাবৰ কাৰণে সাজু হ'ল।

যিদিনা ৰাতি শৈৱলিনীয়ে চুচীয়া নাওখনৰ পৰা ওলাই অকলৈ পলাই গ'ল, সেই ৰাতিটো পুৱালত প্ৰতাপে টোপনিৰ পৰা উঠি, ৰামচৰণ অহা দেখি আনন্দিত হ'ল। কিন্তু শৈৱলিনীক নেদেখি চিন্তিত হৈ পৰিল ; কিছুসময় তেওঁলৈ প্ৰতীক্ষা কৰি, তেওঁক নেদেখি, তেওঁৰ অনুসন্ধানত প্ৰবৃত্ত হ'ল। গঙ্গাৰ পাৰে পাৰে বিচাৰিলে, নেপালে। বেলি ভালেমান হ'ল। প্ৰতাপে নিৰাশ হৈ সিদ্ধান্ত কৰিলে যে শৈৱলিনী বুৰি মৰিল। প্ৰতাপে জানিছিল, এতিয়া আৰু তেওঁৰ পক্ষে পানীত বুৰি মৰাটো অসম্ভৱ নহয়।

প্ৰতাপে প্ৰথমে মনে মনে ভাবিলে, "ময়েই শৈৱলিনীৰ মৃত্যুৰ কাৰণ।" কিন্তু এইটোও ভাবিলে, "মোৰ দোষ কিহত ? মই ধৰ্ম্মৰ পথ এৰি অধৰ্ম্মলৈ যোৱা নাই। শৈৱলিনী যি কাৰণত মৰিল, সেইটো মোৰ দ্বাৰা নিবাৰণ হব পৰা কাৰণ নহয়।" সেইবাবে প্ৰতাপে নিজৰ ওপৰত খং কৰিবৰ কোনো কাৰণ বিচাৰি নেপালে। চন্দ্ৰশেখৰলৈ অলপ খং উঠিল—

চন্দ্ৰশেখৰে কিয় শৈৱলিনীক বিয়া কৰালে? ৰূপসীৰ ওপৰতো অলপ খং উঠিল, কিয় শৈৱলিনীৰ লগত প্ৰতাপৰ বিয়া নহৈ, ৰূপসীৰ লগত বিয়া হ'ল? সুন্দৰীলৈকো অলপ খং উঠিল—সুন্দৰীয়ে তেওঁক নপঠোৱা হ'লে, প্ৰতাপৰ লগত শৈৱলিনীৰ গঙ্গাত সাঁতোৰা কাৰ্য্য নঘটিলহেঁতেন, শৈৱলিনীও নমৰিলহেঁতেন। কিন্তু সকলোতকৈ বেছি খং উঠিল লৰেন্স ফষ্টৰৰ ওপৰত—সি শৈৱলিনীক গৃহত্যাগিনী নকৰাহেঁতেন, এইবোৰ একোৱেই নঘটিলহেঁতেন। ইংৰাজ জাতি বঙ্গদেশলৈ নহা হলে, শৈৱলিনী লৰেন্স ফষ্টৰৰ হাতত নপৰিলহেঁতেন। সেইবাবে ইংৰাজ জাতিৰ ওপৰত প্ৰতাপৰ অনিবাৰ্য্য ক্ৰোধ উপজিল। প্ৰতাপে সিদ্ধান্ত কৰিলে, ফষ্টৰক আকৌ ধৰি লৈ, বধ কৰি, এইবাৰ কাঠসংস্কাৰ কৰিব লাগিব—নহলে সি আকৌ জীব—কবৰ দিলে মাটি ফালি ওলাই আহিব। দ্বিতীয় সিদ্ধান্ত এইটো কৰিলে যে, ইংৰাজ জাতিক বঙ্গদেশৰ পৰা উচ্ছেদ কৰা কৰ্ত্তব্য; কিয়নো, এওঁবিলাকৰ মাজতে বহুতো ফষ্টৰ আছে।

এইদৰে চিন্তা কৰোঁতে কৰোঁতে প্ৰতাপে সেই চুচীয়া নাও-খনতে মুঙ্গেৰলৈ উভতি গ'ল।

প্ৰতাপ দুৰ্গৰ ভিতৰলৈ গ'ল। দেখিলে, ইংৰাজৰ লগত নৱাবৰ যুদ্ধ হ'ব, তাৰে উদ্যোগৰ বৰ ধুম।

প্ৰতাপে ৰং পালে। মনে মনে ভাবিলে, নৱাবে জানো এই অসুৰবিলাকক বঙ্গদেশৰ পৰা খেদাব নোৱাৰিব? ফষ্টৰক জানো ধৰা পেলাব নোৱাৰিম?

তাৰ পিচত মনে মনে ভাবিলে, যাৰ যিমান শক্তি, তেওঁৰ কৰ্ত্তব্য এই কাৰ্য্যত নৱাবক সাহায্য কৰাটো। কেৰ্কেটুৱাইও সমুদ্ৰ বন্ধন কৰিব পাৰে।

তাৰ পিচত মনে মনে ভাবিলে, মোৰ পৰা জানো কিবা সাহায্য হব নোৱাৰে? মই কি কৰিব পাৰো?

তাৰ পিচত মনে মনে ভাবিলে, মোৰ সৈন্য নাই, কেৱল লাঠিয়াল আছে—ডকাইত আছে। তাহাঁতৰ পৰা কি কাম হ'ব পাৰে?

ভাবিলে, আৰু কোনে কাৰ্য্য হওক বা নহওক, লুটপাত হ'ব পাৰে। যি গাৱঁত ইংৰাজৰ সাহায্য হব সেইবিলাক গাওঁভূঁই লুট কৰিব পাৰিব। য'ত দেখিম, ইংৰাজৰ বাবে ৰচদ লৈ গৈছে, সেই ঠাইতেই ৰচদ লুট কৰিম। য'ত দেখিম, ইংৰাজৰ বাবে দ্ৰব্যবস্তু লৈ গৈছে, সেই ঠাইতেই দস্যুবৃত্তি অৱলম্বন কৰিম। এইটো কৰিলেও নৱাবৰ অনেক উপকাৰ কৰিব পাৰিম। সম্মুখ সংগ্ৰামত যি জয়, সি বিপক্ষ বিনাশৰ সামান্য উপায় মাথোন। সৈন্যবিলাকক পাচফালৰ পৰা আক্ৰমণ, আৰু খাদ্যবস্তু আহৰণ কৰাত ব্যাঘাত জন্মোৱাই প্ৰধান উপায়। যিমান দূৰ পাৰো, সিমান দূৰ সেইটো কৰিম।

তাৰ পিচত ভাবিলে, মই কিয় ইমান কৰিম? কৰিম, তাৰ অনেক কাৰণ আছে। প্ৰথম, ইংৰাজে চন্দ্ৰশেখৰৰ সৰ্ব্বনাশ কৰিছে; দ্বিতীয়, শৈৱলিনী মৰিছে। তৃতীয়, মোক বন্দীকৈ ৰাখিছিল; চতুৰ্থ, এনেকুৱা অনিষ্ট আৰু আন আন মানুহৰো

কৰিছে আৰু কৰিব পাৰে ; পঞ্চম, নৱাবৰ এই উপকাৰ কৰিব পাৰিলে দুই এখন ডাঙৰ ডাঙৰ পৰগণা পাব পাৰো। সেইবাবে মই এইবোৰ কৰিম।

প্ৰতাপে তেতিয়া অমাত্যবিলাকক খোচামোদ কৰি নৱাবৰ লগত সাক্ষাৎ কৰিলে। নৱাবৰ লগত তেওঁৰ কি কি কথা হ'ল। সেই কথা অপ্ৰকাশ্য হৈ থাকিল। নৱাবৰ লগত সাক্ষাতৰ পিচত তেওঁ স্বদেশৰ অভিমুখে যাত্ৰা কৰিলে।

ভালেমান দিনৰ পিচত, তেওঁৰ স্বদেশলৈ উভতি অহাত ৰূপসীৰ গুৰুতৰ চিন্তাৰ অৱসান হ'ল। কিন্তু ৰূপসীয়ে শৈৱলিনীৰ মৃত্যু সংবাদ শুনি দুখিত হ'ল। প্ৰতাপ আহিছে বুলি শুনি সুন্দৰীয়ে তেওঁক চাবলৈ আহিল। সুন্দৰীয়ে শৈৱলিনীৰ মৃত্যু-সংবাদ শুনি অতিশয় দুখিত হ'ল, কিন্তু এইদৰে কলে, "যিটো ঘটিব লাগে, সেয়ে ঘটিছে। কিন্তু শৈৱলিনী এতিয়া সুখী হ'ল। তাইৰ জীয়াই থকাতকৈ যে মৰাই সুখৰ, সেইটো আৰু কেনেকৈ নুই কৰিম ?"

ৰূপসী আৰু সুন্দৰীৰ লগত সাক্ষাতৰ পিচত প্ৰতাপে পুনৰায় ঘৰ এৰি গুচি গ'ল। অতি সোনকালে দেশে দেশে ৰাষ্ট্ৰ হৈ পৰিল যে, মুঙ্গেৰৰ পৰা কাটোয়ালৈকে যাৱতীয় দস্যু আৰু লাঠিয়ালবোৰ দলৱদ্ধ হৈছে। প্ৰতাপৰায়ে তেওঁবিলাকক দলবদ্ধ কৰিছে।

শুনিবলৈ পাই গুৰগন খাঁ চিন্তাযুক্ত হৈ পৰিল।

## দ্বিতীয় পৰিচ্ছেদ

## শৈৱলিনীয়ে কি কৰিলে

অন্ধকাৰময় পৰ্ব্বত গুহাত— পিঠি ছেদ কৰা শিলগুটিবোৰৰ শোৱাপাটিত শৈৱলিনী শুই আছে। মহাকায় পুৰুষজনে, শৈৱলিনীক তাতে পেলাই থৈ গৈছে। ধুমুহা বৰষুণ এৰিলে— কিন্তু গুহাৰ মাজত আন্ধাৰ—মাথোন আন্ধাৰ—আন্ধাৰত ঘোৰ-তৰ নিঃশব্দ বিৰাজমান। চকু মুদিলে আন্ধাৰ—চকু মেলিলেও তেনেকুৱা আন্ধাৰ, নিঃশব্দ ; মাথোন কৰবাত পৰ্ব্বতৰ গাত থকা বিন্ধাইদি টোপটোপকৈ পানী গুহাৰ তলত থকা শিলৰ ওপৰত পৰি, মাজে সময়ে টুপ টুপ টাপ টাপ শব্দ কৰিছে। আৰু যেন কোনোবা প্ৰাণীয়ে মানুহ নে পশু—কোনে জানে ?—সেই গুহাৰ ভিতৰত নিশ্বাস ত্যাগ কৰিছে।

ইমান পৰৰ পিচত শৈৱলিনী ভয়ৰ বশীভূত হ'ল। ভয় ? সেইটোও নহয়। মানুহৰ স্থিৰ বুদ্ধিভাবৰ এটা সীমা আছে— শৈৱলিনীয়ে সেই সীমা অতিক্ৰম কৰিছিল। শৈৱলিনীৰ ভয় নাই—কিয়নো, জীৱন তেওঁৰ পক্ষে অসহনীয় বোজা হৈ উঠিছিল —এই বোজা পেলাই দিব পাৰিলেই ভাল। বাকী যিটো—সুখ, ধৰ্ম্ম, জাত, কুল, মান সকলো গৈছে—আৰু যাব কিটো ? কিহৰ ভয় ?

কিন্তু শৈৱলিনীয়ে শৈশৱকালৰে পৰা, চিৰকাল যি আশা

হৃদয়ৰ মাজত সযত্নে সঙ্গোপনে পালন কৰিছিল। সেই দিনা বা তাৰ আগতেই তাৰ উচ্ছেদ সাধন কৰিছিল। যাৰ কাৰণে সৰ্ব্বত্যাগিনী হৈছিল, এতিয়া তাকো ত্যাগ কৰিলে; চিত্ত একেবাৰে বিকল, একেবাৰে বলশূন্য। আকৌ প্ৰায় দুদিন লঘোণ, তাৰ ওপৰত বাটৰ ভাগৰ, পৰ্ব্বত বগোৰাৰ ভাগৰ; বতাহ-বৰষুণত তিতাবুৰাৰ বাবে অসুখ, শৰীৰো একেবাৰে বিকল, একেবাৰে বলশূন্য। তাৰ পিচত এই ভীষণ দৈৱ ঘটনা —দৈৱ বুলিয়েই শৈৱলিনীৰ বোধ হ'ল—মানুহৰ চিত্ত মন আৰু কিমান পৰ প্ৰকৃতিস্থ হৈ থাকিব? শৰীৰ ভাগি পৰিল—শৈৱলিনী চেতনাশূন্য হৈ আধা টোপনি আধা জাগৰণত নিমগ্ন হৈ পৰিল। গুহাৰ ভিতৰত পৰি থকা শিলগুটিবোৰে পিঠিত বৰ কষ্ট দিবলৈ ধৰিলে।

সম্পূৰ্ণৰূপে চৈতন্য বিলুপ্ত হ'লত শৈৱলিনীয়ে দেখিলে, সমুখত অনন্তলৈকে বিস্তৃত হৈ পৰা এখন নৈ। কিন্তু নৈখনত পানী নাই—দুয়ো পাৰ ওপচাই তেজৰ সোঁত বৈ গৈছে। তাত মাংস-জহি পৰি যোৱা হাড় মূৰেৰে মানুহৰ শৰীৰ, লাওখোলা, কঙ্কাল এইবোৰ উটি গৈছে। কুম্ভীৰৰ দৰে কিছুমান ভীষণ প্ৰাণীয়ে—যাৰ গাত ছাল আৰু মঙহ নাই—কেৱল হাড় আৰু বৃহৎ, ভীষণ, উজ্জ্বল দুটা চকু আছে সেইবোৰে তাত সাঁতুৰি ফুৰি সেই জহি পচি যোৱা শৱবোৰ খাব লাগিছে। শৈৱলিনীয়ে দেখিলে যে, যিজন মহাকায় পুৰুষে তেওঁক পৰ্ব্বতৰ পৰা দাঙি লৈ আহিছিল তেৱেঁই আকৌ শৈৱলিনীক দাঙি আনি সেই নৈৰ

পাৰত বহুৱালে। সেই ঠাইডোখৰত ৰ'দ নাই, জোনাক নাই, তৰা নাই, মেঘ নাই, প্ৰদীপ বন্তি একো নাই, অথচ অন্ধকাৰো নাই। সকলো দেখা গৈছে—কিন্তু অস্পষ্ট। তেজৰ সোঁতৰ নৈ, গেলাপচা শৱ, সোঁতে উটাই অনা কঙ্কালৰাশি, হাড় অৱশিষ্ট কুম্ভীৰবোৰ, আটাইবোৰকে এই ভীষণ আন্ধাৰৰ মাজত দেখা গৈছে। নৈৰ পাৰত বালি নাই—তাৰ পৰিবৰ্ত্তে লোৰ বেজীবোৰৰ আগবোৰ ওপৰ মুখীয়া হৈ আছে। শৈৱলিনীক মহাকায় পুৰুষে তাতে বহুৱাই থৈ নৈখন পাৰ হবলৈ কলে। পাৰ হবৰ বাবে কোনো উপায় নাই। নাও নাই, দলং নাই। মহাকায় পুৰুষে কলে, সাঁতুৰি পাৰ হ, তই সাঁতুৰিব জান—গঙ্গাত প্ৰতাপৰ লগত বহুতো সাঁতুৰিছিলি। শৈৱলিনীয়ে এই তেজৰ নদীত কেনেকৈ সাঁতুৰিব? মহাকায় পুৰুষে তেতিয়া হাতত থকা বেতডাল প্ৰহাৰ কৰিবৰ বাবে দাঙিলে। শৈৱলিনীয়ে ভয়াৰ্ত্ত হৈ দেখিলে যে, সেই বেতডাল জ্বলন্ত ৰঙা লোহাৰ দ্বাৰা নিৰ্ম্মিত। শৈৱলিনীয়ে পলম কৰা দেখি, মহাকায় পুৰুষে শৈৱলিনীৰ পিঠিত বেতডালেৰে আঘাত কৰিলে। প্ৰহাৰত শৈৱলিনীৰ পিঠি দগ্ধ হ'ল। শৈৱলিনীয়ে প্ৰহাৰ সহ্য কৰিব নোৱাৰি তেজৰ নদীত জাপ মাৰি পৰিল। এনেতে হাড় অৱশিষ্ট কুম্ভীৰবোৰে তেওঁক গ্ৰাস কৰিবলৈ আহিল, কিন্তু নোৱাৰিলে। শৈৱলিনীয়ে সাঁতুৰি যাবলৈ ধৰিলে; তেজৰ সোঁতবোৰ মুখৰ ভিতৰত সোমাল। মহাকায় পুৰুষে তেওঁৰ লগে লগে তেজৰ সোঁতৰ ওপৰেদি খোজ কাঢ়ি যাবলৈ ধৰিলে—কিন্তু তল নগল। মাজে মাজে পচাগোন্ধৰ

জহি যোৱা শৰবোৰ উটি আহি শৈৱলিনীৰ গাত খুন্দা খালেহি। এই দৰে শৈৱলিনীয়ে সিপাৰ উঠিলগৈ ; তাত পাৰলৈ উঠি চাই মেলি "ৰক্ষা কৰা ! ৰক্ষা কৰা !" বুলি চিঞৰিবলৈ ধৰিলে। সমুখত যাক দেখিলে, তাৰ সীমা নাই, আকাৰ নাই, বৰ্ণ নাই, নাম নাই। তাত প্ৰদীপ অতি ক্ষীণ, কিন্তু তাৰ ইমান উগ্ৰ তাপ যে, তাত চকু পৰা মাত্ৰকে শৈৱলিনীৰ চকু ফাটি যাব খুজিলে— বিহ চকুত লাগিলে যেনেকুৱা জ্বালা যন্ত্ৰণা হ'ব পাৰে, চকুত তেনেকুৱাই লাগিল। নাকত এনেকুৱা ভয়ানক পচাগোন্ধ সোমাল যে, শৈৱলিনীয়ে নাক ঢাকিও বলিয়ানীৰ দৰে হ'ল। কাণত, অতি কঠোৰ কৰ্কশ, ভয়াবহ শব্দবোৰ একেলগে সোমাবলৈ ধৰিলে—হৃদয় বিদাৰক আৰ্ত্তনাদ, পৈশাচিক হাঁহি, বিকট চিঞৰ, পৰ্ব্বত ছিগিভাগি পৰা বজ্ৰপাত হোৱা, শিলেশিলে ঘঁহনি খোৱা, পানীৰ কলকলনি, জুইৰ হু-হুৱনি, মৰিব খোজা মানুহৰ কান্দোন সকলোবোৰ একেলগে কাণ দুখনত সোমাই শ্ৰৱণ বিদীৰ্ণ কৰিব খুজিলে। সমুখৰ পৰা ক্ষণে ক্ষণে ভীষণ নিনাদেৰে এনে প্ৰচণ্ড ধুমুহা ববলৈ আৰম্ভ কৰিলে যে, তাৰ বতাহে শৈৱলিনীক জুইৰ শিখাৰ দৰে পুৰি নিবলৈ ধৰিলে। কেতিয়াবা আকৌ ঠাণ্ডা বতাহ এহেজাৰখন চোকা কটাৰীৰ দৰে শৈৱলিনীৰ অঙ্গ প্ৰত্যঙ্গত লাগি গাটো মাছ কচাদি কাচি নিবলৈ ধৰিলে। শৈৱলিনীয়ে চিঞৰিবলৈ ধৰিলে, "প্ৰাণ যায় ! ৰক্ষা কৰা !" তেতিয়া অসহ্য উৎকট গোন্ধৰ এটা ডাঙৰ কদৰ্য্য কীট আহি শৈৱালিনীৰ মুখত সোমাবলৈ চেষ্টা কৰিলে। শৈৱলিনীয়ে তেতিয়া চিঞৰ

মাৰি কবলৈ ধৰিলে। "ৰক্ষা কৰা! এইখন নৰক! ইয়াৰ পৰা মোক উদ্ধাৰ কৰাৰ কোনো উপায় নাইনে?"

মহাকায় পুৰুষজনে কলে, "আছে।" স্বপ্নৰ অৱস্থাত নিজৰ চিঞৰৰ শব্দত শৈৱলিনীৰ মোহনিদ্ৰা ভাগিলত কিন্তু তেতিয়াও ভ্ৰান্তি যোৱা নাই—পিঠিত শিলে বিন্ধিব লাগিছে। শৈৱলিনীয়ে ভ্ৰান্তিৰ বশত জাগ্ৰত অৱস্থাত চিঞৰি কলে, "মোৰ কি হ'ব? মোৰ উদ্ধাৰৰ একো উপায় নাই জানো?"

গুহাৰ মাজৰ পৰা গম্ভীৰ শব্দ হ'ল, "আছে।"

এইবোৰ কি দেখিলো? শৈৱলিনী সঁচাসঁচিকৈয়ে নৰকত নেকি? শৈৱলিনী বিস্মিত, বিমুগ্ধ, ভীতচিত্তেৰে সুধিলে, "কি উপায় আছে?"

গুহাৰ মাজৰ পৰা উত্তৰ আহিল, "দ্বাদশবাৰ্ষিক ব্ৰত অৱলম্বন কৰা।"

এইটো দৈৱবাণী নেকি? শৈৱলিনীয়ে কাতৰ হৈ কবলৈ ধৰিলে। "সেইটো কি ব্ৰত? কোনে মোক শিকাই দিব?"

উত্তৰ—মই শিকাম।

শৈ—আপুনি কোন?

উত্তৰ—ব্ৰত গ্ৰহণ কৰা।

শৈ—কি কৰিম?

উত্তৰ—তোমাৰ সৌ ফটা কানি-কাপোৰ পেলাই দি, মই যি কাপোৰ দিম, তাকে পিন্ধিবা হাত আগ বঢ়োৱা।

শৈৱলিনীয়ে হাত আগবঢ়ালে। মেলি দিয়া হাতদুখনৰ

ওপৰত এখন কাপোৰ পৰিল। শৈৱলিনীয়ে সেইখন পিন্ধি আগৰ কাপোৰখন এৰি থৈ সুধিলে, "আৰু কি কৰিম ?"

উত্তৰ—তোমাৰ শহুৰেৰাৰ ঘৰ ক'ত ?

শৈ—বেদগ্ৰাম। তালৈকে যাব লাগিব নেকি ?

উত্তৰ—ওঁ—তালৈ গৈ গাৱঁৰ এদাঁতিত খেৰৰ পজা এটা সাজি লবা।

শৈ—আৰু ?

উত্তৰ—মাটিত শুবা।

শৈ—আৰু ?

উত্তৰ—ফলমূল গছৰ পাতৰ বাহিৰে নাখাবা। এবাৰতকৈ বেচি নাখাবা।

শৈ—আৰু ?

উত্তৰ—মূৰত জ'টা বান্ধিবা।

শৈ—আৰু ?

উত্তৰ—এবাৰ মাথোন গধূলি ভিক্ষাৰ বাবে গাৱঁৰ ভিতৰলৈ সোমাবা। ভিক্ষা কৰাৰ সময়ত গাৱেঁ গাৱেঁ নিজৰ পাপ কীৰ্ত্তন কৰিবা।

শৈ—মোৰ পাপ যে বক্তব্য নহয় ? আৰু আন প্ৰায়শ্চিত্ত নাই জানো ?

উত্তৰ—আছে।

শৈ—কি ?

উত্তৰ—মৰণ।

শৈ—ব্ৰত গ্ৰহণ কৰিলো—আপুনি কোন ?

শৈৱলিনীয়ে কোনো উত্তৰ নেপালে। তেতিয়া শৈৱলিনীয়ে সকাতৰে আকৌ সুধিলে, "আপুনি যেয়ে হওক, জানিব নোখোজো। পৰ্ব্বতৰ দেৱতা বুলি ভাবি মই আপোনাক প্ৰণাম কৰিছো। আপুনি আৰু এটা কথাৰ উত্তৰ দিয়ক, মোৰ স্বামী ক'ত আছে ?"

উত্তৰ—কিয় ?

শৈ—আৰু জানো তেওঁৰ দৰ্শন নেপাম ?

উত্তৰ—তোমাৰ প্ৰায়শ্চিত্ত সমাপ্ত হলে পাবা।

শৈ—দ্বাদশ বছৰৰ পিচত ?

উত্তৰ—দ্বাদশ বছৰৰ পিচত।

শৈ—এই প্ৰায়শ্চিত্ত গ্ৰহণ কৰি কিমান দিন জীয়াই থাকিম ? যদি দ্বাদশ বছৰৰ ভিতৰত মৰি যাওঁ ?

উত্তৰ—তেনেহলে মৃত্যুৰ সময়ত সাক্ষাৎ পাবা।

শৈ—কোনো উপায়েৰে জানো তাৰ আগতে সাক্ষাৎ পাব নোৱাৰিম ? আপুনি দেৱতা, অৱশ্যে আপুনি জানে।

উত্তৰ—যদি এতিয়া তেওঁক চাব খোজা, তেনে এসপ্তাহকাল দিনেৰাতিয়ে এই গুহাৰ ভিতৰত অকলশৰে বাস কৰা। সেই সপ্তাহটো, দিনে ৰাতিয়ে কেৱল স্বামীক হৃদয়ত চিন্তা কৰা—আন কোনো চিন্তাকে হৃদয়ত ঠাই নিদিবা। এই সাত দিন কেৱল এবাৰ সন্ধ্যাৰ সময়ত ওলাই গৈ ফলমূল গোটাই আনিবা ; সেইবোৰ হেঁপাহ পলুৱাই নেখাবা—যেন ভোক

নুগুচে। কোনো মানুহৰ ওচৰলৈ নাযাবা বা কাৰো লগত সাক্ষাৎ হলেও কথা নকবা। যদি এই আন্ধাৰ গুহাত এসপ্তাহ থাকি, সৰলচিত্তে অবিৰত আন চিন্তাত নিমগ্ন নাথাকি কেৱল স্বামীৰ ধ্যান কৰা, তেনে তেওঁৰ সাক্ষাৎ পাবা।

## তৃতীয় পৰিচ্ছেদ

## ব্ৰতাহ বলিল

শৈৱলিনীয়ে তাকেই কৰিলে—সাতদিন গুহাৰ পৰা বাহিৰলৈ নোলাল—কেৱল একো একোবাৰ দিনান্তত ফলমূল বিচাৰি বাহিৰলৈ ওলায়। সাতদিন কোনো মানুহৰ লগত আলাপ নকৰিলে। প্ৰায় লঘোণতে, সেই বিকট আন্ধাৰ ৰাশিৰ মাজত অনন্য ইন্দ্ৰিয়বৃত্তি হৈ স্বামীৰ চিন্তা কৰিবলৈ ধৰিলে—একো দেখিবলৈ নেপায়—একো শুনিবলৈ নেপায়, একো স্পৰ্শ কৰিবলৈ বিচাৰি নেপায়। ইন্দ্ৰিয় নিৰুদ্ধ—মন নিৰুদ্ধ—সকলোতে স্বামী। স্বামীয়েই চিত্তবৃত্তিসমূহৰ একমাত্ৰ অৱলম্বন হ'ল। আন্ধাৰত আৰু একো দেখিবলৈ নাপায়—কেৱল স্বামীৰ জ্ঞান-পৰিপূৰ্ণ, স্নেহবিচলিত, কথা-বতৰা শুনিবলৈ পালে—ঘ্ৰাণেন্দ্ৰিয়ই কেৱলমাত্ৰ তেওঁৰ পুষ্পপাত্ৰৰ পুষ্পৰাশি গোন্ধ পাবলৈ ধৰিলে—গাৰ ছালে কেৱল চন্দ্ৰশেখৰৰ আদৰৰ স্পৰ্শ অনুভৱ কৰিবলৈ ধৰিলে। আশা আৰু একোতেই নাই—আৰু একোতে নাছিল, আশা স্বামীদৰ্শন কামনাতে নিৱিষ্ট হৈ ৰ'ল। স্মৃতি মাথোন শ্মশ্ৰুময়, প্ৰশস্ত ললাটৰ মুখমণ্ডলৰ কেউফালে ঘূৰিবলৈ ধৰিলে—কাঁইটত লাগি পাখি ছিগি যোৱা ভ্ৰমৰীয়ে যেনেকৈ দুৰ্লভ সুগন্ধিপুষ্প বৃক্ষৰ তলত অতি কষ্টেৰে ঘূৰি ফুৰে, সেইদৰেই ঘূৰি ফুৰিবলৈ ধৰিলে। যিজনে এই ব্ৰতৰ পৰামৰ্শ দিছিল, তেওঁ

মানৱচিত্তৰ সকলোঠাই দেখিছে, সন্দেহ নাই। নিৰ্জ্জন, নীৰৱ, অন্ধকাৰ, মানুহ নেদেখা ঠাই,—তাতে আকৌ শৰীৰ ক্লিষ্ট, ভোকত জৰমৰ। চিত্তত অন্নচিন্তাৰ ঠাই নাই, এনে সময়ত যি বিষয়ত চিত্ত স্থিৰ কৰিব পাৰি, তাৰে জপ কৰোতে কৰোতে চিত্ত তন্ময় হৈ উঠে। এই অৱস্থাত অৱসন্ন শৰীৰৰ অৱসন্ন মনেৰে, একাগ্ৰচিত্তেৰে, স্বামীৰ ধ্যান কৰোতে কৰোতে শৈৱলিনী বিকৃতি-প্ৰাপ্ত হৈ উঠিল।

বিকৃতি? নে দিব্যচকু? শৈৱলিনীয়ে দেখিলে—অন্তৰৰ ভিতৰৰ অন্তৰৰ পৰা দিব্য দৃষ্টিৰে চাই শৈৱলিনীয়ে দেখিলে, এয়ানো কি ৰূপ! এই দীৰ্ঘ শালতৰুনিন্দিত সুভুজ বিশিষ্ট, সুন্দৰ গঠন, সুকুমাৰ ৰূপত বলশক্তিৰ প্ৰতিমূৰ্ত্তি এই দেহ যে ৰূপৰ শিখৰ! এই যে ললাট—প্ৰশস্ত, চন্দন-চৰ্চ্চিত চিন্তাৰেখা বিশিষ্ট—এই যে সৰস্বতীৰ পাঠভূমি, ইন্দ্ৰৰ ৰণভূমি, মদনৰ সুখকুঞ্জ, লক্ষ্মীৰ সিংহাসন! ইয়াৰ কাষত প্ৰতাপ? ছিঃ! ছিঃ! সমুদ্ৰৰ কাষত গঙ্গা! সেই যে নয়ন—উজ্জ্বল হৈ পৰিছে, হাঁহিছে, ঘূৰিছে ভাহিছে—দীঘল বিস্ফাৰিত তীব্ৰ জ্যোতি স্থিৰ, স্নেহময়, কৰুণাময়, অলপ ধেমালিপ্ৰিয়, সকলোতে তত্ত্বৰ প্ৰতি ধাউতি—এই চকুৰ কাষত জানো প্ৰতাপৰ চকু শুৱায়? কিয় মই ভোল গলো, কিয় মই জানিলো—কিয় মই মৰিলো? এই যে সুন্দৰ সুকুমাৰ বলিষ্ঠ শৰীৰ—নৱপত্ৰশোভিত শালতৰু,—মাধৱীজড়িত দেৱদাৰু, কুসুমপৰিব্যাপ্ত পৰ্ব্বত, আধা সৌন্দৰ্য্য আধাশক্তি—আধা চন্দ্ৰ আধা ভানু—আধা গৌৰী আধা শঙ্কৰ,—

আধা ৰাধা আধা শ্যাম—আধা আশা আধা ভয়—আধা জ্যোতি আধা ছায়া—আধা জুই আধা ধোঁৱা—ইয়াৰ তুলনাত কিহৰ প্ৰতাপ? কিয়নো দেখিলে—কিয়নো মজিলো—কিয়নো মৰিলো! সেই যে ভাষা—পৰিষ্কৃত, পৰিস্ফুট, হাস্যপ্ৰদীপ্ত। ব্যঙ্গৰঞ্জিত, স্নেহপৰিপ্লুত, মৃদু মধুৰ পৰিশুদ্ধ—কিহৰ প্ৰতাপ? কিয়নো মজিলো—কিয়নো মৰিলো—কিয় কুল হেৰুৱালো? সেই যে হাঁহি—সেই পুষ্পপাত্ৰত থকা মল্লিকা-ৰাশিতুল্য, মেঘ-মণ্ডলত বিজুলীৰ তুল্য, দুৰ্দ্দিনৰ বছৰত দুৰ্গোৎসৱৰ তুল্য, মোৰ সুখস্বপ্নৰ তুল্য—কিয়নো নেদেখিলো—কিয়নো মজিলো, কিয় বুজি নেপালো? সেই যে ভালপোৱা অমৃত্যতুল্য—অপাৰ, অপৰিমেয়, অতলস্পৰ্শ আপোনাৰ বলত আপুনি চঞ্চল—প্ৰশান্তভাবে স্থিৰ, গম্ভীৰ, মাধুৰ্য্যময়—চাঞ্চল্যত কুলপ্লাৱী, তৰঙ্গভঙ্গ ভীষণ, অগম্য, অজেয়। ভয়ঙ্কৰ—কিয় বুজিব নোৱাৰিলো, কিয় হৃদয়ত তুলি নললো—কিয় আপোনাক নিঃশেষ কৰি প্ৰাণ নিদিলো? কোন মই? তেওঁৰ জানো যোগ্য—বালিকা অজ্ঞান,—অনক্ষৰ, অসৎ, তেওঁৰ মহিমাজ্ঞানত অশক্ত, তেওঁৰ কাষত মই কোন? সাগৰৰ কাষত শামুক, কুসুমত কীট, চন্দ্ৰত কলঙ্ক, চৰণত চৰণ-ৰেণু—তেওঁৰ ওচৰত মই কোন? জীৱনত কুস্বপ্ন, হৃদয়ত বিস্মৃতি, সুখত বিঘিনি, আশাত অবিশ্বাস—তেওঁৰ কাষত মই কোন? সৰোৱৰত কৰ্দ্দম, মৃণালত কণ্টক, পৱনত ধূলি, অনলত পতঙ্গ। মই মজিলো—নমৰিলো কিয়?

যিজনে কৈছিল, এইদৰে স্বামীৰ ধ্যান কৰা, তেওঁ অনন্ত

মানৱ হৃদয়-সমুদ্ৰৰ কাণ্ডাৰী—সকলো তেওঁ জানে। জানে যে, এই মন্ত্ৰত চিৰপ্ৰবাহিত নদী অন্য এটা পথেদি বোৱাই নিব পাৰি, জানে যে, এই বজ্ৰাঘাতত পাহাৰ খহি পৰে, এই এমোকোৰা পানীতে সাগৰ শুকাই যায়, এই মন্ত্ৰত বায়ু স্তম্ভিত হৈ পৰে। শৈৱলিনীৰ চিত্তত চিৰপ্ৰবাহিত নদী উভতি ব'লে, পাহাৰ ভাগি পৰিল, সাগৰ কাল, বায়ু স্তম্ভিত হৈ পৰিল। শৈৱলিনীয়ে প্ৰতাপক পাহৰি চন্দ্ৰশেখৰক ভাল পালে।

মানুহৰ ইন্দ্ৰিয়ৰ পথ ৰুদ্ধ কৰা—ইন্দ্ৰিয় বিলুপ্ত কৰা—মনক বান্ধা—বান্ধি লৈ সেই মনক এটা বাটেদি যাবলৈ এৰি দিয়া—আনপথ বন্ধ কৰা—মনৰ শক্তি অপহৰণ কৰা—মনে কি কৰিব? সেই একেটা পথেদি মনৰ গতি হব—তাতেই স্থিৰ হ'ব—তাতেই মজিব। শৈৱলিনীয়ে পাঁচদিনৰ দিনা যি ফলমূল গোটাই আনিলে সেইবোৰ মুখত নিদিলে—ষষ্ঠদিনৰ দিনা ফলমূল বিচাৰি নগল—সপ্তমদিনৰ দিনা ৰাতিপুৱা ভাবিলে, স্বামীদৰ্শন পাওঁ বা নেপাওঁ—আজি মৰিম। সপ্তম ৰাতি মনতে ভাবিলে, হৃদয়ৰ মাজত পদুমফুল ফুলি আছে—তাৰ ওপৰত চন্দ্ৰশেখৰ যোগাসনত বহি আছে; শৈৱলিনীয়ে ভ্ৰমৰী হৈ তেওঁৰ পাদপদ্মত গুন্‌গুন্ কৰিছে।

সপ্তম ৰাতি সেই আন্ধাৰ নীৰৱ শিলৰ আগাৰ কৰ্কশ গুহাৰ মাজত, অকলশৰে স্বামীদেৱতাৰ ধ্যান কৰোতে কৰোতে শৈৱলিনীয়ে চেতনা হেৰুৱালে। তেওঁ নানা বিষয়ৰ স্বপ্ন দেখিবলৈ ধৰিলে। কেতিয়াবা দেখিলে, যে ভয়ঙ্কৰ নৰকত বুৰ গৈছে।

গণনা কৰিব নোৱাৰা এশহাত পৰিমিত দীঘল সাপবিলাক অযুত ফণা বিস্তাৰ কৰি শৈৱলিনীক মেৰাই ধৰিছে; অযুত অযুত মূৰবোৰেৰে মুখ মেলি শৈৱলিনীক গিলিবলৈ আহিছে, সকলোৰে সম্মিলিত নিশ্বাসে প্ৰবল ধুমুহাৰ দৰে শব্দ কৰিছে, চন্দ্ৰশেখৰ আহি এটা ডাঙৰ সাপৰ ফণাৰ ওপৰত ভৰি দি থিয় হ'ল। তেতিয়া সাপবোৰ বানপানীৰ সোঁতৰ দৰে কৰবালৈ নাইকিয়া হৈ গুচি গ'ল। কেতিয়াবা দেখিলে, এটা অনন্ত কুণ্ডত পৰ্ব্বতাকাৰে জুই জ্বলিছে। আকাশ লঙ্ঘি উঠিছে তাৰ শিখাবোৰ। শৈৱলিনী তাৰ মাজতে দগ্ধ হ'ব লাগিছে; এনে সময়ত চন্দ্ৰশেখৰ আহি সেই অগ্নিপৰ্ব্বতৰ মাজলৈ একাজলি পানী ছটিয়াই দিলে, আপোনা-আপুনি জুইবোৰ নুমাই গ'ল; চেঁচা বতাহ ববলৈ ধৰিলে, কুণ্ডৰ মাজলৈ ফটিক বৰণীয়া কুলুকুলু কৈ নৈ বৈ আহিল, পাৰে পাৰে কুসুম বিকশিত হ'ল। নৈৰ পানীত ডাঙৰ ডাঙৰ পদুমফুল ফুলি উঠিল—চন্দ্ৰশেখৰে সেইবোৰৰ ওপৰত থিয় হৈ উঠি যাবলৈ ধৰিলে। কেতিয়াবা দেখিলে, এটা প্ৰকাণ্ড বাঘ আহি শৈৱলিনীক মুখত তুলি লৈ পৰ্ব্বতলৈ লৈ গৈছে; চন্দ্ৰশেখৰ আহি পূজাৰ পুষ্পপাত্ৰৰ পৰা এটা ফুল হাতত লৈ দলি মাৰি দি বাঘটোৰ গাত পেলালে, বাঘটো তেতিয়া ছিন্ন মূৰ হৈ প্ৰাণত্যাগ কৰিলে, শৈৱলিনীক দেখিলে, তাৰ মুখখন ফষ্টৰৰ মুখৰ দৰে।

নিশা শেষ হ'লত শৈৱলিনীয়ে দেখিলে, শৈৱলিনীৰ মৃত্যু হৈছে অথচ জ্ঞান আছে। দেখিলে, পিশাচে তেওঁৰ শৰীৰটো

লৈ আন্ধাৰৰ মাজেদি শূন্যপথেদি উৰি গৈছে। দেখিলে, কিমান যে কৃষ্ণমেঘৰ সমুদ্ৰ কিমান যে বিজুলীৰ অগ্নিৰাশি পাৰ হৈ তেওঁৰ চুলিত ধৰি উৰাই লৈ গৈছে। কিমান যে গগনবাসী অপ্সৰী কিন্নৰাদিয়ে মেঘৰ তৰঙ্গৰ মাজৰ পৰা নিজৰ নিজৰ মুখমণ্ডল উত্তোলন কৰি, শৈৱলিনীলৈ চাই চাই হাঁহিছে। দেখিলে কিমান যে গগনচাৰিণী জ্যোতিৰ্ম্ময়ী দেৱীয়ে সোণবৰণীয়া মেঘত উঠি, সোণৰ শৰীৰ বিজুলীৰ মালাৰে বিভূষিত কৰি, ক'লাচুলিৰে আবৃত হৈ থকা কপালত তৰাৰ মালা গাঁথি লৈ ঘূৰি ফুৰিছে,— শৈৱলিনীৰ পাপময় দেহাটো চুই অহা পৱনৰ পৰশত তেওঁ-বিলাকৰ জেউতি নিস্প্ৰভ হৈ পৰিছে। কিমান যে গগনচাৰিণী ভৈৰৱী ৰাক্ষসী, আন্ধাৰৰ নিচিনা ক'লা শৰীৰ প্ৰকাণ্ড একো-ডোখৰ আন্ধাৰ যেন ক'লা মেঘৰ ওপৰত আওজাই ভীম ধুমুহাত ঘূৰি ফুৰি ক্ৰীড়া কৰিছে,—শৈৱলিনীৰ পচি গোন্ধ ওলোৱা মৰাশটো দেখি সিহঁতৰ মুখৰ পানী পৰিছে, সিহঁতে মুখমেলি হাঁ কৰি আহাৰ কৰিবলৈ আহিছে। দেখিলে, কিমান যে দেৱ-দেৱীৰ বিমানৰ, কৃষ্ণআভাশূন্য উজ্জ্বল পোহৰৰ জেউতি মেঘ-বোৰৰ ওপৰত পৰিছেহি; পিচে পাপিনী শৈৱলিনীৰ শটোৰ ছাঁটো বিমানৰ পৱিত্ৰ ছাঁত লাগিলেহি শৈৱলিনীৰ পাপক্ষয় হয় বুলি, ভয়তে তেওঁবিলাকে বিমানবোৰ আঁতৰাই লৈ গৈছে। দেখিলে, নক্ষত্ৰ সুন্দৰীবোৰে নীলাম্বৰৰ মাজৰ পৰা সৰু সৰু মুখবোৰ উলিয়াই সকলোৱে কিৰণময় আঙুলিৰে পৰস্পৰে পৰস্পৰক শৈৱলিনীৰ শৱটো দেখুৱাই কৈছে—'চোৱাঁ ভনী,

চোৰাঁ, মানুহৰূপী কীটবোৰৰ মাজত আকৌ একোজনী অসতী আছে !’ কোনোবাটো তৰাই শিয়ঁৰি চকু মুদিছে ; কোনোবাটো তৰাই লাজতে মেঘত মুখ লুকাইছে ; কোনোবাটো তৰাই অসতীৰ নাম শুনি ভয়তে নুমাই গৈছে। পিশাচবোৰে শৈৱলিনীক লৈ ওপৰলৈ উঠি গৈছে, তাৰ পিচত আৰু ওপৰলৈ আৰু কিছুমান মেঘ, আৰু কিছুমান তৰা পাৰ হৈ আৰু ওপৰলৈ উঠি গৈছে। অতি ওপৰলৈ উঠি তাৰ পৰা শৈৱলিনীৰ দেহটো নৰককুণ্ডলৈ পেলাই দিব বুলি উঠি গৈছে। য’লৈ উঠি গ’ল, তাত আন্ধাৰ, জাৰত ঠেৰেঙা লগা,—মেঘ নাই, তৰা নাই, পোহৰ নাই, বায়ু নাই, শব্দ নাই। শব্দ নাই—কিন্তু অকস্মাৎ অতিশয় দূৰত তলৰ পৰা অতিশয় ভীমৰৱেৰে কলকল ঘৰঘৰ শব্দ শুনা যাবলৈ ধৰিলে—যেন অতি দূৰত, তলভাগত শ শ হেজাৰ সমুদ্ৰ একেলগে গৰ্জ্জন কৰি উঠিছে। পিশাচবোৰে কলে, সৌৱা নৰকৰ চিঞৰ-বাখৰ শুনা গৈছে, ইয়াৰ পৰাই শৱটো পেলাই দিয়া।” এই বুলি পিশাচবোৰে শৈৱলিনীৰ মূৰত পদাঘাত কৰি শৱটো পেলাই দিলে। শৈৱলিনীয়ে ঘূৰি ঘূৰি, পৰিবলৈ ধৰিলে। ক্ৰমে ঘূৰাৰ গতিটো বৃদ্ধি পাবলৈ ধৰিলে, অৱশেষত কুমাৰৰ চাকৰ দৰে ঘূৰিবলৈ ধৰিলে। শৱৰ মুখেদি, নাকৰ ৰন্ধ্ৰইদি, তেজ বমি হবলৈ ধৰিলে। ক্ৰমে নৰকৰ গৰ্জ্জন ওচৰতে শুনা যাবলৈ ধৰিলে, পচাগোন্ধ বাঢ়িবলৈ ধৰিলে—অকস্মাৎ সজ্ঞান হৈ মৃতা শৈৱলিনীয়ে দূৰৈত নৰকভূমি দেখা পালে। তাৰ পিচতেই তেওঁৰ চকু কণা হৈ গ’ল, কাণ কলা

হৈ পৰিল, তেতিয়া তেওঁ মনে মনে চন্দ্ৰশেখৰৰ ধ্যান কৰিবলৈ ধৰিলে, মনতে মাতিবলৈ ধৰিলে,—"ক'ত আছা তুমি স্বামী? ক'ত আছা প্ৰভু! তিৰুতাৰ জীৱন-সহায়, আৰাধনাৰ দেৱতা, সৰ্ব্বে সৰ্ব্ব মঙ্গল! ক'ত আছা তুমি চন্দ্ৰশেখৰ! তোমাৰ চৰণবিন্দুত সহস্ৰ, সহস্ৰ, সহস্ৰ, সহস্ৰ প্ৰণাম! মোক ৰক্ষা কৰা। তোমাৰ গুৰিত অপৰাধ কৰি, মই এই নৰককুণ্ডত পৰিলো—তুমি ৰক্ষা নকৰিলে কোনো দেৱতাই মোক ৰক্ষা কৰিব নোৱাৰে—মোক ৰক্ষা কৰা। তুমি মোক ৰক্ষা কৰা, প্ৰসন্ন হোৱা, এইখিনিলৈ আহি চৰণযুগল মোৰ মূৰত তুলি দিয়া, তেতিয়া হলেই মই নৰকৰ পৰা উদ্ধাৰ পাম।"

তেতিয়া অন্ধ, বধিৰ, মৃতা হৈ যোৱা শৈৱলিনীৰ বোধ হবলৈ ধৰিলে যে, কোনোবাই তেওঁক তুলি লৈ কোলাত বহুৱালে—তেওঁৰ অঙ্গৰ সৌৰভত দশোদিশ পূৰ্ণ হ'ল; সেই দুৰন্ত নৰকৰ ৰব হঠাৎ আঁতৰি গ'ল—পচাগোন্ধৰ পৰিৱৰ্ত্তে কুসুমৰ গন্ধ-প্ৰবাহ আহিল! হঠাৎ শৈৱলিনীৰ বধিৰ অৱস্থা গুচিল—চকুৰে আকৌ দেখা পাবলৈ ধৰিলে—হঠাৎ শৈৱলিনীৰ বোধ হ'ল—এইটো মৃত্যু নহয়, জীৱন; এইটো স্বপ্ন নহয়, ডিঠক। শৈৱলিনীয়ে চেতনা লাভ কৰিলে।

চকু মেলি দেখিলে, গুহাৰ ভিতৰত অলপমান পোহৰ সোমাইছে; বাহিৰত চৰাইৰ পুৱাৰ কুজন-সঙ্গীত শুনা গৈছে—কিন্তু এইটো কিনো? কাৰ কোলাতনো তেওঁৰ মূৰটোৱে

আশ্ৰয় লাভ কৰিলে—কাৰনো মুখমণ্ডল তেওঁৰ মূৰৰ ওপৰত উদ্ভাসিত—গগনত উদয় হোৱা পূৰ্ণচন্দ্ৰৰ দৰে কোনে পুৱতী নিশাৰ আন্ধাৰত পোহৰ বিকীৰ্ণ কৰি দিছে ? শৈৱলিনীয়ে চিনি পালে, চন্দ্ৰশেখৰ—ব্ৰহ্মচাৰীবেশত চন্দ্ৰশেখৰ ।

## চতুৰ্থ পৰিচ্ছেদ

# নাও বুৰিল

চন্দ্ৰশেখৰে কলে, "শৈৱলিনী।"

শৈৱলিনী উঠি বহিল। চন্দ্ৰশেখৰৰ মুখৰ ফালে চালে; মূৰটো ঘূৰাই গ'ল; শৈৱলিনী থিৰেৰে ৰ'ব নোৱাৰি পৰি গ'ল; মুখ চন্দ্ৰশেখৰৰ চৰণত ঘঁহনি খালে। চন্দ্ৰশেখৰে তেওঁক ধৰি তুলিলে। তুলি লৈ নিজৰ শৰীৰৰ ওপৰত ভৰ দি শৈৱলিনীক বহুৱালে।

শৈৱলিনীয়ে কান্দিবলৈ ধৰিলে, ডাঙৰকৈ চিঞৰি চিঞৰি কান্দি কান্দি, চন্দ্ৰশেখৰৰ ভৰিত আকৌ পৰি কলে, "এতিয়া মোৰ দশা কি হ'ব?"

চন্দ্ৰশেখৰে কলে, "তুমি মোক দেখা পাব খুজিছিলা কিয়?"

শৈৱলিনীয়ে চকু মচিলে, কান্দোন সামৰিলে—স্থিৰ হৈ কবলৈ ধৰিলে, "বোধকৰোঁ মই আৰু অতি অলপ দিনহে জীয়াই থাকিম।" শৈৱলিনী শিয়ঁৰি উঠিল—সপোনত দেখা ঘটনাবোৰ মনত পৰিল—খন্তেকপৰ কপালত হাত দি নীৰৱ হৈ থাকি আকৌ কবলৈ ধৰিলে, "অলপদিন জীয়াই থাকিম—মৰাৰ আগতে তোমাক এবাৰ চাবলৈ হাবিয়াস হৈছিল। এই কথাটো জানো বিশ্বাস কৰিবা? কিয় বিশ্বাস কৰিবা? যি ভ্ৰষ্টা হৈ স্বামী ত্যাগ কৰি আহিছে, তাইৰ আকৌ স্বামীক চাবলৈ হাবিয়াস কিহৰ?"

শৈৱালিনীৰ মুখত কাতৰভাৱৰ বিকৃত হাঁহি বিৰিঙিল।

চন্দ্ৰ। তোমাৰ কথাত অবিশ্বাস কৰা নাই—মই জানো যে, তোমাক বলেৰে ধৰি নিছিল।

শৈ। সেইটো মিছা কথা। মই আপোন ইচ্ছাত ফষ্টৰৰ লগত গুচি গৈছিলো। ডকাইতি কৰাৰ আগতে ফষ্টৰে মোৰ ওচৰলৈ মানুহ পঠাইছিল।

চন্দ্ৰশেখৰে তলমূৰ কৰিলে। ধীৰে ধীৰে শৈৱলিনীক পুনৰায় শুৱালে; ধীৰে ধীৰে গা তুলিলে, যাব খুজি, মৃদুমধুৰ স্বৰেৰে কলে, "শৈৱলিনী! দ্বাদশ বছৰ প্ৰায়শ্চিত্ত কৰা! যদি দুয়ো জীয়াই থাকো, তেনে প্ৰায়শ্চিত্তৰ অন্তত আকৌ দেখাদেখি হ'ম। এতিয়া ইমানলৈকে।"

শৈৱলিনীয়ে হাতযোৰ কৰিলে; কলে, "আৰু এবাৰ বহাঁ! বোধ হয়, প্ৰায়শ্চিত্ত মোৰ অদৃষ্টত নাই।" আকৌ সেই স্বপ্নটো মনত পৰিল—"বহাঁ—তোমাক খন্তেক চাওঁ।"

চন্দ্ৰশেখৰ বহিল।

শৈৱলিনীয়ে সুধিলে, "আত্মহত্যাত পাপ আছে নেকি?" শৈৱলিনীয়ে স্থিৰ দৃষ্টিৰে চন্দ্ৰশেখৰৰ প্ৰতি চাইছিল, তেওঁৰ প্ৰফুল্ল নয়নপদ্ম পানীত ওপঙি আছিল।

চন্দ্ৰ। আছে। কিয় মৰিব খোজা?

শৈৱলিনী শিয়ঁৰি উঠিল। কলে, "মৰিব নোৱাৰো—সেই নৰকত পৰিম।"

চন্দ্ৰ। প্ৰায়শ্চিত্ত কৰিলেই নৰকৰ পৰা উদ্ধাৰ পাবা।

শৈব। এই মনোনৰকৰ পৰা উদ্ধাৰৰ কি প্ৰায়শ্চিত্ত আছে ?

চন্দ্ৰ। সেইটো কি ?

শৈৱ। এই পৰ্ব্বত দেৱতাসকলৰ বিহাৰৰ ঠাই। তেওঁ-বিলাকে মোক কি কৰিছে ক'ব নোৱাৰো—মই দিনেৰাতিয়ে নৰকৰ স্বপ্ন দেখোঁ।

চন্দ্ৰশেখৰে দেখিলে, শৈৱলিনীৰ দৃষ্টি গুহাৰ দাঁতিত স্থাপিত হৈছে—যেন দূৰৈত কিবা দেখা পাইছে। দেখিলে, তেওঁ মুখমণ্ডল্ শুকান হৈ পৰিল—চকু ডাঙৰকৈ মেল খালে, পলকশূন্য হৈ পৰিল —নাসাৰন্ধ্ৰ দুটি কোঁচখাই সৰু হ'ল—শৰীৰত কাঁইটে দেখা দিলে—শৈৱলিনীয়ে কঁপিবলৈ ধৰিলে। চন্দ্ৰশেখৰে সুধিলে, "কি চাইছা ?"

শৈৱলিনীয়ে কথা নকলে, আগৰদৰে চাই থাকিল। চন্দ্ৰ-শেখৰে সুধিলে, "কিয় ভয় খাইছা ?"

শৈৱলিনী শিলৰ দৰে। চন্দ্ৰশেখৰ বিস্মিত হ'ল—ভালে-মানপৰ নীৰৱ হৈ শৈৱলিনীৰ মুখৰ ফালে চাই থাকিল। একোকে বুজিব নোৱাৰিলে। অকস্মাৎ শৈৱলিনীয়ে বিকট চীৎকাৰ কৰি উঠিল, "প্ৰভু! ৰক্ষা কৰা, ৰক্ষা কৰা! তুমি মোৰ স্বামী! তুমি নাৰাখিলে কোনে ৰাখে।"

শৈৱলিনী মূৰ্চ্ছিতা হৈ মাটিত পৰিল।

চন্দ্ৰশেখৰে ওচৰৰ নিজৰাৰ পৰা পানী আনি শৈৱলিনীৰ মুখত ছটিয়াই দিলে। গাৰ চাদৰখনেৰে বিচিলে। কিছুসময়ৰ

পিচত শৈৱলিনীয়ে চেতনা পালে। শৈৱলিনী উঠি বহিল। নীৰৱে বহি কান্দিবলৈ ধৰিলে।

চন্দ্ৰশেখৰে সুধিলে, “কি দেখিছিলা ?”

শৈ। সেই নৰক।

চন্দ্ৰশেখৰে দেখিলে, জীয়াই থাকোতেই শৈৱলিনীৰ নৰক-ভোগ আৰম্ভ হৈছে। খন্তেক পিচতে শৈৱলিনীয়ে কলে, “মই মৰিব নোৱাৰিম— মোৰ ঘোৰতৰ নৰকৰ ভয় উপজিছে। মৰিলেই নৰকত পৰিম। মই জীয়াই থাকিবই লাগিব। কিন্তু অকলশৰে মই দ্বাদশবছৰ কেনেকৈ জীয়াই থাকিম ? মই চেতন অচেতন দুয়োটা অৱস্থাতে মাথোন নৰককে দেখা পাইছো।

চন্দ্ৰশেখৰে কলে, “চিন্তা নাই—উপবাস আৰু মানসিক ক্লেশত, এইবোৰ ভাৱ হৈছে। বৈদ্যবিলাকে ইয়াক বায়ুৰোগ বোলে। তুমি বেদগ্ৰামলৈ গৈ গাৱঁৰ দাঁতিত কুটীৰ এটা সাজি লোৱাগৈ। তাৰ্লৈ সুন্দৰী গৈ তোমাৰ তত্ত্বাৱধান লবগৈ— চিকিৎসাও কৰিব পাৰিব।”

হঠাৎ শৈৱলিনীয়ে চকু মুদিলে—দেখিলে, গুহাৰ দাঁতিত সুন্দৰী থিয় হৈ আছে, যেন শিলৰ ওপৰত কোনোবাই কাটি থৈছে—সেই মূৰ্ত্তিটোৱে আঙুলি এটা ওপৰলৈ তুলি থিয় হৈ আছে। দেখিলে, সুন্দৰী অতি দীৰ্ঘাকৃতি ক্ৰমে তালগছৰ সমান ওখ হ’ল, অতি ভয়ঙ্কৰী ! দেখিলে, সেই গুহাৰ প্ৰান্তত হঠাৎ নৰক এখনৰ সৃষ্টি হ’ল—সেই পচাগোন্ধৰ, সেই ভয়ঙ্কৰ অগ্নি গৰ্জ্জন, সেই উত্তাপ, সেই হাড় কঁপোৱা জাৰ, সেই সাপৰ পৰ্ব্বত,

সেই কদৰ্য্য কীটবোৰেৰে গগন অন্ধকাৰ! দেখিলে, সেই নৰকত পিশাচবোৰে কাঁইটৰ জৰী হাতত লৈ, বৃশ্চিকৰ বেত হাতত লৈ নামি আহিল—জৰীৰে শৈৱলিনীক বান্ধি, বৃশ্চিকবেতেৰে কোবাই কোবাই লৈ গ'ল; তাল গছৰ সমান ওখ শিলৰ মূৰ্ত্তিৰ দৰে কাটি যোৱা সুন্দৰীয়ে হাত দাঙি সিহঁতক কবলৈ ধৰিলে—"মাৰ্! মাৰ্! মই হাক দিছিলো! মই নাৱৰ পৰা ওভোতাই আনিবলৈ গৈছিলো, নুশুনিলে! মাৰ্! মাৰ্! যিমান পাৰ মাৰ্! মই তাইৰ পাপকৰ্ম্মৰ সাক্ষী! মাৰ্! মাৰ!" শৈৱলিনীয়ে হাতযোৰকৈ, মূৰ তুলি, ছলছলীয়া চকুৰে সুন্দৰীক মিনতি কৰিছে, সুন্দৰীয়ে শুনা নাই; কেৱল চিঞৰিছে, মাৰ! মাৰ! অসতীক মাৰ্। মই সতী, তাই অসতী! মাৰ্! মাৰ! শৈৱলিনীয়ে, আকৌ সেইদৰে দৃষ্টি স্থিৰ, চকু ডাঙৰকৈ মেলি, শুকান মুখেৰে, স্তম্ভিত হৈ থাকিল। চন্দ্ৰশেখৰ চিন্তিত হ'ল—বুজিলে লক্ষণ ভাল নহয়। কলে, "শৈৱলিনী! মোৰ লগত আহাঁ!

প্ৰথমে শৈৱলিনীয়ে শুনিবলৈ নেপালে। পিচত চন্দ্ৰশেখৰে তেওঁৰ গাত হাত দি দুই তিনিবাৰ জোকাৰি দি চিঞৰিবলৈ ধৰিলে, কবলৈ লাগিল "মোৰ লগত আহা।"

হঠাৎ শৈৱলিনী থিয় হে উঠি, অতি ভীতস্বৰেৰে কলে, ব'লা, ব'লা, ব'লা, বেগাই ব'লা, বেগাই ব'লা, ইয়াৰ পৰা বেগাই ব'লা।" এই বুলিয়েই পলম নকৰি, গুহাৰ দুৱাৰ মুখৰ ফালে লৰ দিলে। চন্দ্ৰশেখৰলৈ বাট নেচাই বৰ খৰকৈ আগবাঢ়ি গ'ল।

খৰকৈ যাওঁতে, গুহাৰ অস্পষ্ট পোহৰত ভৰিত শিলৰ চপৰাবোৰ লাগিল ; খোজ চম্ভালিব নোৱাৰি শৈৱলিনী মাটিত ধঁাচ কৰে পৰিল। আৰু শব্দ নাই। চন্দ্ৰশেখৰে দেখিলে, শৈৱলিনী আকৌ বিমূৰ্চ্ছিত হৈ পৰিছে।

তেতিয়া চন্দ্ৰশেখৰে, তেওঁক কোলাত লৈ গুহাৰ পৰা বাজ ওলাই, য'ৰ পৰা পৰ্ব্বতৰ অতি ক্ষীণ নিজৰা এটিয়ে নিশব্দে পানী নিস্‌তৃত কৰিছিল—তালৈ লৈ গ'ল। মুখত পানী ছটিয়াই দিলত, আৰু মুকলি ঠাইৰ মুকলি বতাহৰ পৰশত শৈৱলিনীয়ে সংজ্ঞা লাভ কৰি চকু মেলি চালে—কলে, "মই কলৈ আহিলো ?"

চন্দ্ৰশেখৰে কলে, "মই তোমাক বাহিৰলৈ লৈ আহিলো।"

শৈৱলিনী শিয়ঁৰি উঠিল—আকৌ ভীত হৈ পৰিল। কলে, "তুমি কোন ?"

চন্দ্ৰশেখৰো ভীত হ'ল। কলে, "কিয় এনে কৰিছা ? মই যে তোমাৰ স্বামী—চিনিব পৰা নাই কিয় ?"

শৈৱলিনীয়ে হা হা কৰি হাঁহিলে, কলে—

"স্বামী মোৰ সোণৰ মাখি বগায় ফুলে ফুলে ;
কেঞা কঁঠাল খাবলৈ সখা আহিলা কিহৰ মোলে ?"

তুমি লৰেন্স ফষ্টৰ নেকি ?

চন্দ্ৰশেখৰে দেখিলে যে, যি দেৱীৰ প্ৰভাৱত এই মনুষ্যদেহ সুন্দৰ, তেওঁ শৈৱলিনীক ত্যাগ কৰি গৈছে—বিকট উন্মাদ আহি তেওঁৰ সোণৰ মন্দিৰ অধিকাৰ কৰিছে। চন্দ্ৰশেখৰে কান্দিলে।

অতি মৃদুস্বৰে, কিমান যে আদৰেৰে আকৌ মাতিলে, "শৈৱলিনী!"

শৈৱলিনীয়ে আকৌ হাঁহিলে, কলে, "শৈৱলিনী কোন? ৰবা ৰবা! এজনী ছোৱালী আছিল, তাইৰ নাম শৈৱলিনী, আৰু এটা লৰা আছিল, তাৰ নাম প্ৰতাপ। এদিন বাতি লৰাটি সাপ হৈ বনলৈ গল; ছোৱালীজনীও বেঙ্ হৈ বনলৈ গল। সাপটোৱে বেঙ্‌টোক গিলি পেলালে। মই নিজ চকুৰে দেখিছো। হয়নে হেৰা চাহাব; তুমি জানো লবেন্স ফষ্টৰ?"

চন্দ্ৰশেখৰে গদগদ কণ্ঠেৰে সকাতৰে মাতিলে, "হে গুৰুদেৱ! এইবোৰ কি কৰিলা, এইবোৰ কি কৰিলা?"

শৈৱলিনীয়ে গীত গালে—

"কি কৰিলা প্ৰাণসখী, মনচোৰ দেখা পাই,
পীৰিতি নদী ব'লে দুই কুল ওপচাই,"

কবলৈ ধৰিলে, "মনচোৰ কোন? চন্দ্ৰশেখৰ। দেখা পালে কাক? চন্দ্ৰশেখৰক। ওপচালে কি? চন্দ্ৰশেখৰ। দুই কুল কি? নেজানো। তুমি চন্দ্ৰশেখৰক চিনি পোৱানে?"

চন্দ্ৰশেখৰ কলে, "মই চন্দ্ৰশেখৰ।"

শৈৱলিনীয়ে বাঘিনীৰ দৰে জঁাপ মাৰি চন্দ্ৰশেখৰৰ ডিঙিত সাৱটি ধৰিলে—কোনো কথা নকৈ, কান্দিবলৈ ধৰিলে। কিমান যে কান্দিলে—তেওঁৰ চকুৰ পানী চন্দ্ৰশেখৰৰ পিঠি, ডিঙি, বুকু, কাপোৰ, বাহু প্লাৱিত হৈ গ'ল। চন্দ্ৰশেখৰেও কান্দিলে। শৈৱলিনীয়ে কান্দি কান্দি কবলৈ ধৰিলে, "মই লগত যাম।"

চন্দ্ৰশেখৰে কলে "ব'লা।"

শৈৱলিনীয়ে কলে, "মোক নামাবা নহয় ?"

চন্দ্ৰশেখৰে কলে, "নামাবো।"

দীঘল হুমুনিয়াহ পেলাই চন্দ্ৰশেখৰ উঠিল। শৈৱলিনীও উঠিল। চন্দ্ৰশেখৰ বিষণ্ণ বদন হৈ যাবলৈ ধৰিলে—উন্মাদিনীয়ে পাচে পাচে গ'ল—কেতিয়াবা হাঁহিবলৈ ধৰিলে—কেতিয়াবা কান্দিবলৈ ধৰিলে—কেতিয়াবা গাবলৈ ধৰিলে।

# পঞ্চম খণ্ড

## প্ৰচ্ছাদন

### প্ৰথম পৰিচ্ছেদ

### আমিয়টৰ পৰিণাম

মুৰছিদাবাদলৈ আহি, ইংৰাজৰ নাওবোৰ গন্তব্যস্থান পালেহি। মীৰ কাছিমৰ নায়েব মহম্মদ তকিখাঁৰ ওচৰলৈ সম্বাদ আহিল যে, আমিয়ট পালেহি।

মহাসমাৰোহেৰে সৈতে আহি মহম্মদ তকিয়ে আমিয়টৰ লগত—সাক্ষাৎ কৰিলে। আমিয়ট আপ্যায়িত হ'ল। মহম্মদ তকিখাঁই পৰিশেষত আমিয়টক আহাৰ কৰিবলৈ নিমন্ত্ৰণ জনালে। আমিয়টে অগত্যা স্বীকাৰ কৰিলে, কিন্তু প্ৰফুল্ল মনেৰে নহয়। ইফালে মহম্মদ তকিয়ে, দূৰৈত অলক্ষিতৰূপে প্ৰহৰী নিযুক্ত কৰিলে—ইংৰাজৰ নাওখন যেন খোল খাই নাযায়।

মহম্মদ তকি গুচি গ'লত, ইংৰাজবিলাকে পৰামৰ্শ কৰিবলৈ লাগিল যে, নিমন্ত্ৰণ গ্ৰহণ কৰাটো কৰ্ত্তব্য নহয়। গল্‌ষ্টন্ আৰু জনচনে এই মত ব্যক্ত কৰিলে যে, ভয় কাক কয়, সেইটো ইংৰাজে নেজানে, জনাও কৰ্ত্তব্য নহয়। সেইদেখি নিমন্ত্ৰণ গ্ৰহণ কৰিব লাগিব। আমিয়টে কলে, "যেতিয়া এওঁবিলাকৰ লগত যুদ্ধত প্ৰবৃত্ত হৈছো, আৰু অসদ্ভাব যিমান দূৰলৈকে হব পাৰে

হৈছে, তেতিয়া আকৌ ইহঁতৰ লগত আহাৰ ব্যৱহাৰ কৰা কি কথা ?" আমিয়টে স্থিৰ কৰিলে, নিমন্ত্ৰণ গ্ৰহণ নকৰে।

ইফালে যিখন নাৱত দলনী আৰু কুল্‌চম বন্দী স্বৰূপে সংৰক্ষিত হৈ আছিল। সেই নাওখনলৈকো নিমন্ত্ৰণৰ সংবাদ গ'ল। দলনী আৰু কুলচমে কাণে কাণে কথা পাতিবলৈ ধৰিলে। দলনীয়ে কলে, "কুলচম্ শুনিছ ? কিজানিবা মুক্তি ওচৰতে।"

কু। কিয় ?

দ। তই যেন একোৱেই নেজান; যিবিলাকে নৱাবৰ বেগমক বন্দী কৰি আনিছে—তেওঁবিলাকলৈ যে নৱাবৰ পক্ষৰ পৰা সাদৰ নিমন্ত্ৰণ হৈছে। ইয়াৰ ভিতৰত কিছু গূঢ় অৰ্থ আছে। কিজানি আজি ইংৰাজ মৰিব।

কু। সেইটোত তোমাৰ আহ্লাদ হৈছে নেকি ?

দ। নহব কিয় ? খুনাখুনি ৰক্তাৰক্তি নহলেই ভাল হয়। কিন্তু যিবিলাকে মোক অনৰ্থক বন্দী কৰি আনিছে, সিহঁত মৰিলে যদি আমি মুক্তি পাওঁ, সেইটোও মোৰ আহ্লাদৰ বাহিৰে কি আছে ?

কু। কিন্তু মুক্তিৰ কাৰণে ইমান ব্যস্ত কিয় ? আমাক আটক ৰখাৰ বাহিৰে ইহঁতৰ আৰু কোনো অভিসন্ধি দেখা পোৱা নেযায়। আমাৰ ওপৰত আৰু কোনো দৌৰাত্ম্য কৰা নাই। কেৱল আটক। আমি তিৰুতাৰ জাত, যলৈকে যাম, তাতেই আটক।

দলনীৰ বৰ খং উঠিল। কলে, "নিজ ঘৰত আটক

থাকিলেও মই দলনী বেগম। ইংৰাজৰ নাৰত মই বান্দী। তোৰ লগত কথা কবলৈ মন নেযায়। আমাক কিয় আটক কৰি ৰাখিছে, কব পাৰ ?”

কু। সেইটোতো কৈয়েই থৈছে। মুঙ্গেৰত যেনেকৈ হে' চাহাব ইংৰাজৰ জামিন হৈ আটক আছে, আমিও তেনেকৈ নৱাবৰ জামিন হৈ ইংৰাজৰ ওচৰত আটক হৈ আছো। হে' চাহাবক এৰি দিলেই—আমাকো এৰি দিব। হে' চাহাবৰ কোনো অনিষ্ট ঘটিলেই আমাৰো অনিষ্ট ঘটিব ; নহলে ভয় কিহৰ ?

দলনীৰ আৰু খং উঠিল, কলে, “মই তোৰ হে' চাহাবক চিনি নেপাওঁ, তোৰ ইংৰাজৰ গোঁড়ামি শুনিবলৈ নিবিচাৰো। এৰি দিলেও কিজানি তই নেযাবি।

কুলচমে খং নকৰি হাঁহি কলে, “যদি মই নাযাওঁ, তেনে তুমি মোক জানো এৰি যাবা ?”

দলনীৰ খং বাঢ়ি গ'ল, কলে, “সেইটোও তোৰ হাবিয়াস নেকি ?”

কুলচমে গম্ভীৰভাৱে কলে “কপালৰ লিখন কি কব পাৰো জানো ?”

দলনীয়ে ভ্ৰূ কুঞ্চিত কৰি, বৰ ডাঙৰকৈ এটা ভুকু মাৰিব খুজিলে। কিন্তু ভুকুটো সম্প্ৰহতে জমা কৰি ৰাখিলে—এৰি নিদিলে। দলনীয়ে নিজৰ কাণৰ ওচৰলৈ সেই ভুকুটো দাঙি-- কলাচুলি ঠাৰিৰ সংস্পৰ্শত যি কাণ, ভোমোৰাপৰা ফুলি থকা

ফুলৰ দৰে শোভা পাইছিল, তাৰ ওচৰত পদুমৰ কলিটোৰ দৰে হাতৰ মুঠিতো স্থিৰ কৰি ৰাখি কলে, "তোক আমিয়টে কিয় দুদিন মাতি লৈ গৈছিল, সঁচাকৈ কচোন ?"

কু। সঁচা কথাইতো কৈছো, তোমাৰ কিবা কষ্ট হৈছেনে নাই—তাক জানিবৰ বাবে চাহাবহঁতৰ ইচ্ছা, যিমান দিন আমি ইংৰাজৰ নাৱত থাকো, সুখে স্বচ্ছন্দে থাকো। জগদীশ্বৰে কৰক, ইংৰাজে যেন আমাক এৰি নিদিয়ে।

দলনীয়ে ভ্ৰুকুটো আৰু ওপৰলৈ তুলি কলে, "জগদীশ্বৰে কৰক, তই সোনকালে মৰ।"

কু। ইংৰাজে এৰি দিলে, আমি পুনৰ নৱাবৰ হাতত পৰিম। নৱাবে তোমাক ক্ষমা কৰিলে কৰিব পাৰে, কিন্তু মোক ক্ষমা নকৰে, এইটো নিশ্চয়কৈ বুজিব পাৰিছো। মোৰ এনেকুৱা মন যে, যদি ক'ৰবাত আশ্ৰয় পাওঁ, তেনে আৰু নৱাবৰ আদালতত হাজিৰ নহওঁ।

দলনীয়ে ক্ৰোধভাৱ এৰি গদগদ মাতেৰে কলে, "মোৰ অন্য গতি নাই। মৰিব লাগে, তেখেতৰ ভৰি দুটিত পৰিয়েই পৰিম।"

ইফালে আমিয়টে নিজৰ আজ্ঞাধীন চিপাহীবোৰক সাজু হবলৈ কলে। জনচনে কলে,"ইয়াত আমি সিমান বলৱান নহওঁ —ৰেচিডেন্সিৰ ওচৰলৈ নাও নিলে নহয়নে ?"

আমিয়টে কলে, "যিদিনা, এজন ইংৰাজো দেশীয় মানুহৰ ভয়ত পলাব, সেই দিনা ভাৰতবৰ্ষত ইংৰাজ সাম্ৰাজ্য স্থাপনৰ

আশা লোপ পাব। ইয়াৰ পৰা নাও মেলিলেই মুছলমানে বুজিব পাৰিব যে, আমি ভয় খাই পলালো। থিয় হৈ থাকি মৰিম সিও ভাল, তথাপি ভয় খাই নপলাওঁ। কিন্তু ফষ্টৰ অসুস্থ। শত্ৰুৰ হাতত মৰিবলৈ অক্ষম—সেইদেখি তেওঁক ৰেচিডেন্সিলৈ যাবলৈ অনুমতি দিয়া। তেওঁৰ নাৱত বেগম আৰু দ্বিতীয় গৰাকী মহিলাক তুলি দিয়া। আৰু দুজন চিপাহী লগত দিয়া। বিবাদৰ ঠাইত তেওঁবিলাকৰ থকা অনাৱশ্যক।”

চিপাহীবোৰ সাজু হ'লত, আমিয়টৰ আজ্ঞানুসাৰে নাৱৰ মাজত সকলোবোৰ লুকাই বহিল। গাধৈৰ বেৰ থকা নাৱত সহজে বিন্ধা কৰিব পাৰি, প্ৰত্যেকটো চিপাহীয়ে এটা এটা বিন্ধাৰ ওচৰত বন্দুক লৈ বহিল। আমিয়টৰ আজ্ঞানুসাৰে দলনী আৰু কুলচম্ ফষ্টৰৰ নাৱত উঠিল। দুজন চিপাহীৰ লগত ফষ্টৰৰ নাও খোল খাই গ'ল। সেইটো দেখি মহম্মদ তকিৰ প্ৰহৰীবোৰে তেওঁক সম্বাদ দিবলৈ গ'ল।

এই সম্বাদটো শুনি আৰু ইংৰাজবোৰৰ অহাৰ সময় অতীত হ'ল দেখি, মহম্মদ তকিয়ে, ইংৰাজবোৰক লগত লৈ আহিবৰ কাৰণে দূত পঠালে। আমিয়টে উত্তৰ দিলে যে, বিশেষ কাৰণত তেওঁবিলাক নাৱৰ পৰা উঠি আহিবৰ বাবে অনিচ্ছুক।

দূতে নাৱৰ পৰা নামি কিছু দূৰলৈ আহি, এটা ফাঁকা আৱাজ কৰিলে। সেই শব্দৰ লগে লগে, পাৰৰ পৰা দহ বাৰটা বন্দুকৰ শব্দ হ'ল। আমিয়টে দেখিলে, নাৱৰ ওপৰত গুলী বৰষিছে আৰু ঠায়ে ঠায়ে নাৱৰ ভিতৰলৈকে গুলী সোমাইছেহি।

তেতিয়া ইংৰাজ চিপাহীবোৰেও উত্তৰ দিলে। দুয়ো পক্ষই, দুয়োপক্ষক লক্ষ্য কৰি বন্দুক চলোৱাৰ শব্দত বৰ হুলস্থুল লাগি পৰিল। কিন্তু দুয়ো পক্ষই অদৃশ্যভাৱে অৱস্থিত। মুছলমান-বিলাক পাৰৰ ঘৰৰ আঁৰত লুকাই থাকিল; ইংৰাজ আৰু তেওঁবিলাকৰ চিপাহীবোৰ নাৱৰ মাজত লুকাই আছে। এনেকুৱা যুদ্ধত বাৰুদৰ খৰচৰ বাহিৰে আন ফলৰ সোনকালে কোনো সম্ভাৱনা দেখা নগল।

তেতিয়া, মুছলমানবোৰে আশ্রয় ত্যাগ কৰি, তৰোৱাল আৰু যাঠি হাতত লৈ ৰণহুঙ্কাৰ কৰি আমিয়টৰ নাৱৰ অভিমুখে লৰ দি আহিল। দেখিও স্থিৰ-প্ৰতিজ্ঞ ইংৰাজবোৰ ভীত নহল।

স্থিৰ চিত্তেৰে নাৱৰ মাজৰ পৰা বেগাই ধাৱিত হৈ অহা মুছলমানবিলাকক লক্ষ্য কৰি আমিয়ট, গল্‌ষ্টন্ আৰু জনচনে হাতে হাতে বন্দুক তুলি লৈ অব্যৰ্থ সন্ধান কৰি প্ৰতি বাৰে, এজন এজনে এজন এজন মুছলমানক বালিত বগৰাই দিবলৈ ধৰিলে।

কিন্তু যেনেকৈ ঢৌৰ ওপৰেদি আৰু ঢৌ বাগৰি যায়, সেইদৰে মুছলমান ঢৌৰ ওপৰত মুছলমান-ঢৌ নামিবলৈ ধৰিলে। তেতিয়া আমিয়টে কলে, "আৰু ৰক্ষাৰ কোনো উপায় নাই। আহাঁ আমি বিধৰ্ম্মী মানুহ নিপাত কৰি কৰি প্ৰাণ বিসৰ্জ্জন কৰো।"

তেনে সময়তে মুছলমানবিলাক গৈ আমিয়টৰ নাৱত উঠিল। তিনিজন ইংৰাজে একেজন হৈ একেলগে আৱাজ কৰিলে।

ত্ৰিশূলৰ খোঁচ পোৱা মানুহৰ দৰে মুছলমানসমূহ ছিন্ন ভিন্ন হৈ নাৱৰ পৰা পানীত পৰিল।

আৰু ভালেমান মুছলমান নাৱৰ ওপৰত উঠিল। আৰু কিছুমান মুছলমানে মুদ্গৰ আদি লৈ নাৱৰ তল ফালে খুন্দিয়াবলৈ ধৰিলে। নাৱৰ তলিত ডাঙৰ বিন্ধা হ'লত, কলকলকৈ নাৱৰ ভিতৰলৈ পানী সোমাই আহিবলৈ ধৰিলে।

আমিয়টে সঙ্গীকেইজনক কলে, "গৰু ভেৰাৰ দৰে পানীত বুৰি মৰিম কিয়? বাহিৰলৈ ওলাই আহাঁ, বীৰৰ দৰে অস্ত্ৰ হাতত লৈ মৰো।"

তেতিয়া তৰোৱাল হাতত লৈ তিনিজন ইংৰাজে নিৰ্ভয়েৰে সেই অগণন মুছলমানবিলাকৰ সমুখত উপস্থিত হ'ল। এজন মুছলমানে, আমিয়টক চেলাম কৰি কলে, "কিয় মৰিব? আমাৰ লগত আহক।"

আমিয়টে কলে, "মৰিম। আমি আজি ইয়াত মৰিলে ভাৰতবৰ্ষত যি জুই জ্বলি উঠিব, সেই জুই মুছলমান ৰাজ্য ধ্বংস হৈ যাব। আমাৰ তেজেৰে মাটি তিতিলে তৃতীয় জৰ্জ্জৰ ৰাজপতাকা সেই ঠাইত সহজতে ৰোপিত হ'ব।"

"তেনে মৰ।" এই বুলি পাঠানটোৱে তৰোৱালৰ একেঘাপতে আমিয়টৰ মূৰটো ছিঙি পেলালে। দেখিয়েই বিজুলী সঞ্চাৰে গলষ্টনে সেই পাঠানৰ মূৰটো কান্ধৰ পৰা বিচ্ছিন্ন কৰি দিলে।

তেতিয়া দহবাৰজন মুছলমানে গলষ্টনক অকলশৰীয়াকৈ

বেৰি লৈ প্ৰহাৰ কৰিবলৈ ধৰিলে। আৰু তৎক্ষণাৎ, বহুতো মানুহৰ প্ৰহাৰত লবেজান হৈ গলষ্টন্ আৰু জনচন দুয়ো প্ৰাণ পৰিত্যাগ কৰি নাৱৰ ওপৰত চিৰনিদ্ৰাত পৰিল।

তাৰ আগতেই ফষ্টৰে নাও মেলি দিছিল।

## দ্বিতীয় পৰিচ্ছেদ

# আকৌ সেই

যেতিয়া ৰামচৰণৰ গুলী খাই লৰেন্স ফষ্টৰ গঙ্গাৰ পানীত পৰি গৈছিল, তেতিয়া প্ৰতাপে বজৰাখন মেলি দিয়াৰ পিচত, অস্ত্ৰশস্ত্ৰ বোজাই কৰি নিয়া নাৱৰ নাৱৰীয়াবোৰে পানীত জাপ মাৰি পৰি ফষ্টৰৰ দেহাটোৰ অনুসন্ধান কৰি তুলি আনিছিল; সেই নাওখনৰ কাষেদিয়েই ফষ্টৰৰ দেহাটো উঠি গৈছিল। সিহঁতে ফষ্টৰক তুলি লৈ নাৱত লৈ আমিয়টক সম্বাদ দিছিল।

আমিয়ট সেই নাৱৰ ওপৰলৈ আহিছিল। দেখিছিল, ফষ্টৰ অচেতন, কিন্তু প্ৰাণবায়ু ওলাই যোৱা নাই। মস্তিষ্কত ক্ষত হোৱা বাবে চেতনা লোপ পাইছিল। ফষ্টৰ মৰিবৰে অধিক সম্ভাৱনা, কিন্তু জীলেও জীব পাৰে। আমিয়টে চিকিৎসা কৰিব জানিছিল, ৰীতিমতে তেওঁৰ চিকিৎসা আৰম্ভ কৰিলে। বকাউল্লাই দিয়া নিৰ্দ্দেশমতে, ফষ্টৰৰ নাওখন বিচাৰি লৈ ঘাট চপাই আনিলে। যেতিয়া আমিয়টে মুঙ্গেৰৰপৰা যাত্ৰা কৰে, তেতিয়া মৃতপ্ৰায় ফষ্টৰক সেই নাৱতে তুলি আনিছিল।

ফষ্টৰৰ পৰমায়ু আছিল—সি চিকিৎসাত জীলে। আৰু অলপ পৰমায়ু আছিল, মুৰছিদাবাদত মুছলমানৰ হাতৰ পৰা ৰক্ষা পালে। কিন্তু এতিয়া সি ৰুগ্ন, দুৰ্ব্বল, নিস্তেজ,—আৰু সেই সাহ—সেই উদ্ধত দম্ভ নাই। এতিয়া সি প্ৰাণৰ ভয়ত ভীত,

প্ৰাণৰ ভয়তে পলাই ফুৰিছে। মগজুত আঘাত পোৱা বাবে, বুদ্ধিও অলপ বিকৃত হৈ পৰিছে।

ফষ্টৰে নাও বেগাই চলাইছিল—তথাপি ভয়, কিজানি মুছলমানবিলাকে পাচে পাচে খেদি আহে? প্ৰথমে সি কাছিমবজাৰৰ ৰেচিডেন্সিত আশ্ৰয় লব খুজিছিল—তাতো ভয় সোমাল, কিজানি মুছলমানে গৈ ৰেচিডেন্সি আক্ৰমণ কৰে। সেইদেখি তেওঁ এই অভিপ্ৰায় পৰিত্যাগ কৰিলে। এই বিষয়ে ফষ্টৰৰ অনুমান যথাৰ্থ আছিল। মুছলমানবিলাকে তৎক্ষণাৎ কাছিমবজাৰলৈ গৈ ৰেচিডেন্সি আক্ৰমণ কৰি সেইটো লুটপাট কৰিলেগৈ।

ফষ্টৰে বেগাবেগিকৈ কাছিমবজাৰ, ফৰাচডাঙা, ছৈদাবাদ, ৰাঙামাটি এৰি থৈ গ'ল। তথাপি ভয় নুগুচিল। যিখন নাৱকে পাচে পাচে অহা দেখে, মনত ভাবে, সেইখনেই মুছলমানৰ নাও। দেখিলে, এখন সৰু নাৱে কোনোমতেই লগ নেৰিলে।

ফষ্টৰে তেতিয়া ৰক্ষাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে। ভ্ৰান্ত বুদ্ধিৰে নানাপ্ৰকাৰৰ কথা ভাবিবলৈ ধৰিলে। একোবাৰ ভাবিলে, নাওখন এৰি পাৰেৰে লৰি পলাওঁ। আকৌ ভাবিলে, পলাব নোৱাৰিম—মোৰ আৰু তেনে বল শক্তি নাই। আকৌ ভাবিলে, পানীতে পৰো,—আকৌ ভাবিলে, পানীত বুৰ গলে জীয়াই থাকিম কেনেকৈ? আকৌ ভাবিলে, যে এই তিৰুতা দুজনীক পানীত পেলাই দি নাওখন পাতল কৰি লওঁ—নাওখন তেতিয়া আৰু বেগাই যাব।

অকস্মাৎ তাৰ এটা কুবুদ্ধি মনত খেলালে। এই তিৰুতা কেই-

জনীৰ কাৰণে মুছলমানবোৰে তাৰ পাচে পাচে খেদা দিছে, এইটোকেই সি দৃঢ়ভাবে বিশ্বাস কৰি ললে। দলনী যে নৱাবৰ বেগম, সেইটো সি শুনিছিল—মনতে ভাবিলে, বেগমৰ কাৰণেই মুছলমানবোৰে ইংৰাজৰ নাও আক্ৰমণ কৰিছে। সেইদেখি বেগমক এৰি দিলে আৰু কোনো গোলমাল নেথাকে। সি থিৰ কৰিলে যে, দলনীক নমাই দিব।

দলনীক কলে, "সৌখন সৰু নাও আমাৰ পাচে পাচে আহিছে দেখিছানে ?"

দলনীয়ে কলে, "দেখিছো।"

ফ। সেইখন তোমালোকৰ মানুহৰ নাও—তোমাক কাঢ়ি নিবৰ বাবে আহিছে।

এনেকৈ ভাবিবৰ কিবা কাৰণ আছিলনে ? একোৱেই নাছিল—কেৱল ফষ্টৰৰ বিকৃত বুদ্ধিয়েই ইয়াৰ একমাত্ৰ কাৰণ,—সি জৰীত সৰ্পভ্ৰম কৰিলে। দলনীয়ে যদি বিবেচনা কৰি চালেহেঁতেন, তেনে হলে এইকথাত সন্দেহ জন্মিলহেঁতেন। কিন্তু যি যাৰ বাবে ব্যাকুল হয়, সি তেওঁৰ কাৰণেই মুগ্ধ হয়, আশাত অন্ধ হৈ থাকি বিচাৰ কৰি চাবলৈ পৰাঙ্মুখ হয়। দলনীয়ে আশাত মুগ্ধ হৈ সেই কথাত বিশ্বাস কৰিলে—কলে, "তেনে কিয় সৌখন নাৱত আমাক তুলি নিদিয়া ? তোমাক বহুতো টকা দিম।"

ফ। মই সেইটো নোৱাৰিম। সিহঁতে মোৰ নাও ধৰিব পাৰিলে মোক মাৰি পেলাব।

দ। মই মানা কৰিম।

ফ। তোমাৰ কথা নুশুনে। তোমালোকৰ দেশৰ মানুহে তিৰুতাৰ কথাত কাণ নিদিয়ে।

দলনীয়ে তেতিয়া বিয়াকুল হৈ জ্ঞানকে হেৰুৱালে—ভালবেয়া বিচাৰ কৰিব নোৱাৰিলে। যদি এইখন নিজামতৰ নাও নহয়, তেনে কি হ'ব, সেইটো নেভাবিলে; এই নাওখন যে নিজামতৰ নহয়, সেই কথায়ো দলনীৰ মনলৈ নাহিল। বিয়াকুল-ভাবৰ আধিক্যই নিজক বিপদত পেলাই দি কলে, "তেনে আমাক পাৰত নমাই দি তুমি গুচি যোৱা।"

ফষ্টৰ আনন্দেৰে সন্মত হ'ল। নাওখন পাৰলৈ চপাবলৈ হুকুম দিলে।

কুলচমে কলে, "মই নানামো। মই নৱাবৰ হাতত পৰিলে, মোৰ কপালত কি আছে কব নোৱাৰো। মই চাহাবৰ লগতে কলিকতালৈ যাম—তাত মোৰ চিনাকি মানুহ আছে।"

দলনীয়ে কলে, "তোৰ কোনো চিন্তা নাই। যদি মই জীয়াই থাকোঁ। তেনে তোকো বচাম।"

কুলচম। তুমি নিজে বাচিলেহে।

কুলচমে একোতেই নামিবলৈ ৰাজী নহল। দলনীয়ে তাইক অনেক অনুনয় বিনয় কৰিলে—তাই একোতেই নুশুনিলে।

ফষ্টৰে কুলচমক কলে, "কি জানিবা, তোমাৰ কাৰণেই নাওখন পাচে পাচে আহি থাকে। তুমিও নামা।"

কুলচমে কলে, "যদি মোক এৰি দিয়া, তেনে মই সৌ

নাওখনত উঠিব পাৰিলে, তোমাক সৌ নাওখনৰ মানুহে যেন এৰি নিদিয়ে মই তাকেই কৰিম।”

ফষ্টৰে ভয় খাই আৰু একো নকলে—দলনীয়ে কুলচমৰ বাবে চকুলো টুকি নাৱৰ পৰা উঠি আহিল। ফষ্টৰে নাও মেলি গুচি গ’ল। তেতিয়া বেলি মাৰ যাবলৈ আৰু অলপ পৰহে আছে।

ফষ্টৰৰ নাও ক্ৰমে দৃষ্টিৰ আঁতৰ হৈ গ’ল। যি সৰু নাও-খনক নিজামতৰ নাও বুলি ভাবি ফষ্টৰে দলনীক নমাই থৈ গ’ল, সেই নাওখন ওচৰ চাপি আহিল। প্ৰতি মুহূৰ্ত্ততে দলনীয়ে মনত ভাবিবলৈ ধৰিলে যে, নাওখন এইবাৰ তেওঁক তুলি লৈ যাবৰ বাবে পাৰ চাপিব; কিন্তু নাওখন পাৰ নাচাপিল। তেতিয়া তেওঁক দেখিবলৈ পাইছেনে নাই এই সন্দেহত দলনীয়ে ওপৰলৈ গাৰ আঁচলখন দাঙি উৰুৱাবলৈ ধৰিলে। তথাপি নাওখন ঘুৰি নাহিল। বাই নিলত নাওখন আঁতৰ হৈ গ’ল। তেতিয়া বিজুলীৰ চমকনিৰ দৰে দলনীৰ চমক ভাগিল—এই খনকে নিজামতৰ নাও সেইটো সিদ্ধান্ত কৰিলো কেনেকৈ? আন মানুহৰ নাও হ’ব পাৰে! তেতিয়া দলনী বলিয়া হোৱাদি হৈ চিঞৰি সেইখন নাৱৰ নাৱৰীয়াবিলাকক মাতিবলৈ ধৰিলে। “এই নাৱত নহব” বুলি নাৱৰীয়াহঁত আঁতৰি যাবলৈ ধৰিলে।

দলনীৰ মূৰত বজ্ৰ পৰিল। ফষ্টৰৰ নাও তেতিয়া দৃষ্টিৰ অতীত হ’ল—তথাপি দলনীয়ে পাৰে পাৰে লৰিবলৈ ধৰিলে।

নাওখন ধৰিব পাৰে বুলি দলনীয়ে পাৰে পাৰে লৰি গ'ল। কিন্তু বহুত দূৰ লৰি গৈও নাওখন ধৰিব নোৱাৰিলে। আগতেই সন্ধিয়া হৈছিল—এতিয়া আন্ধাৰ হ'ল। গঙ্গাৰ ওপৰত আৰু একো নেদেখি—আন্ধাৰত মাথোন ন-বাৰিষাৰ পানীৰ কলকলনি শুনা গৈছিল। তেতিয়া দলনী হতাশ হৈ, উঘাল খাই পৰা সৰু গছপুলি এটাৰ দৰে মাটিত বহি পৰিল।

খন্তেক পিচতে, দলনীয়ে আৰু গঙ্গাৰ গৰ্ভৰ ভিতৰত বহি কোনো ফল নাই বুলি বিবেচনা কৰি গা দাঙি, লাহে লাহে ওপৰলৈ. উঠি আহিল। আন্ধাৰত ওপৰলৈ উঠি অহাৰ বাট নেদেখি, ছবাৰ এবাৰ পৰি আকৌ উঠিল। উঠি লৈ ক্ষীণ নক্ষত্ৰৰ পোহৰত চাৰিওফালে চালে। দেখিলে, কোনো ফালে কোনো গাওঁভূঁইৰ কোনো চিন নাই—কেৱল অন্ত নোহোৱা প্ৰান্তৰ, আৰু সেই কল্‌কল্ শব্দেৰে বৈ যোৱা নদী। মানুহৰতো কথাই নাই—কোনো ফালে পোহৰ নেদেখি—গাওঁ নেদেখি—পথ নেদেখি—শিয়াল কুকুৰৰ বাহিৰে কোনো জন্তু নেদেখি—কল্‌কল্‌কৈ বৈ যোৱা নদীৰ সোঁতত নক্ষত্ৰবোৰ নাচি থকা দেখা গৈছে। দলনীয়ে মৃত্যুকেই নিশ্চিত বুলি ভাবিলে।

সেই ঠাইতে প্ৰান্তৰৰ মাজতে নদীৰ পৰা অলপ দূৰৈত দলনী বহি থাকিল। ওচৰতে জিলীয়ে মাতিবলৈ ধৰিলে—ওচৰতে শিয়ালে হোৱা দিলে। ৰাতি ক্ৰমে গভীৰ হৈ আহিল—আন্ধাৰ ক্ৰমে ভয়ঙ্কৰ হৈ পৰিল। ৰাতিৰ দ্বিতীয় প্ৰহৰত, দলনীয়ে মহাভয়ত অস্থিৰ হৈ দেখিলে, সেই প্ৰান্তৰৰ মাজত, এজন

দীৰ্ঘাকৃতি মানুহ অকলৈ ঘূৰি ফুৰিছে। দীৰ্ঘাকৃতি পুৰুষজন বিনাবাক্যে দলনীৰ কাষত আহি ৰহিল।

আকৌ সেই! এই দীৰ্ঘাকৃতি পুৰুষে শৈবলিনীক কোলাত তুলি লৈ ধীৰে ধীৰে আন্ধাৰত পৰ্ব্বত বগাই গৈছিল।



## তৃতীয় পৰিচ্ছেদ

## নৃত্য গীত

মুঙ্গেৰত আহলবহল অট্টালিকাত স্বৰূপচন্দ্ৰ জগৎশেঠ আৰু মাহতাবচন্দ জগৎশেঠ নামেৰে দুজন ভাই-ককাই বাস কৰিছিল। তাত নিশা এহেজাৰ প্ৰদীপ জ্বলিছিল। তাত বগা মাৰ্ব্বলৰ দৰে চেঁচা মণ্ডপৰ ভিতৰত, নৰ্ত্তকীৰ ৰত্ন আভৰণৰ পৰা সেই অসংখ্য দীপমালাৰ ৰশ্মিৰাশি প্ৰতিফলিত হৈছিল। পানীতেই পানীৰ বান্ধোন—আৰু উজ্জ্বলৰ মাজতেই উজ্জ্বলৰ বান্ধোন। প্ৰদীপৰ ৰশ্মি, উজ্জ্বল শীলৰ স্তম্ভত—উজ্জ্বল সোণৰ মুকুতা খটোৱা মছনদত, উজ্জ্বল হীৰা খটোৱা গন্ধপাত্ৰত, শেঠবিলাকৰ ডিঙিত ওলমি থকা বৰ বৰ একোধাৰ উজ্জ্বল মুকুতামণিৰ হাৰবোৰত,—আৰু নৰ্ত্তকীৰ অবয়ব, ডিঙি, চুলি আৰু কাণৰ আভৰণত জিলিকি আছিল। তাৰ লগে লগে মধুৰ গীতৰ শব্দ ধ্বনিত হৈ উঠি উজ্জ্বলৰ লগত মধুৰ মিহলি হৈছিল! যেতিয়া নিশাৰ নীল আকাশত চন্দ্ৰৰ উদয় হয়, তেতিয়াও উজ্জ্বলে মধুৰে মিহলি হয়; যেতিয়া সুন্দৰী গাভৰুৰ সজল নীলা পদুমৰ দৰে নয়ন দুটিত বিজুলীৰ চমকনিৰ দৰে কটাক্ষপাত হয়, তেতিয়াও উজ্জ্বলে মধুৰে সানমিহলি হয়! যেতিয়া তলিলৈকে দেখা নীলা সৰোৱৰত শুই ওপৰলৈ মুখ কৰি থকা পদ্মদল, ৰাতিপুৱাৰ বেলিৰ সোণবৰণীয়া কিৰণত মেল খাই খাই যায়, নীলা পানীৰ সৰু সৰু ঢৌবোৰৰ

ওপৰত দীঘল ৰশ্মিবোৰ পৰি পদুমৰ পাতত থকা পানীৰ টোপাল-বোৰ জলমল কৰি দি, পানীত চৰি ফুৰা পখীবোৰৰ কাকলি জগাই, পানীৰ পদুমৰ ওঁঠদুখনি মেলি চাবলৈ যায়, তেতিয়াও উজ্জ্বলে মধুৰে মিলে, আৰু যেতিয়া তোমাৰ প্ৰিয়তমাৰ পাদ-পদ্মত, ডায়েমণ্ড কটা মল-সূৰ্য্যই লুটি খাই পৰি থাকে, তেতিয়াও উজ্জ্বলে মধুৰে মিহলি হয়। যেতিয়া সন্ধিয়া সময়ত, আকাশ-মণ্ডলৰ মাজত সূৰ্য্যৰ তেজ কমি যোৱা যেন দেখি নীলিমাই তেওঁক ধৰিব খুজি পাচে পাচে লৰ দিয়ে, তেতিয়াও উজ্জ্বলে মধুৰে মিলে,—আৰু যেতিয়া তোমাৰ গৃহিণীয়ে—কাণৰ অলঙ্কাৰ লৰাই গালি-শপনি পাৰি পাৰি তোমাৰ পাচ লয়, তেতিয়াও উজ্জ্বলে মধুৰে মিলে। যেতিয়া চন্দ্ৰ-কিৰণ-প্ৰদীপ্ত গঙ্গাৰ পানীত বতাহে কোবাই আনিলত ফেন-উৰ্ম্মি উৎক্ষিপ্ত হৈ চন্দ্ৰৰ কিৰণত জকমক কৰে, তেতিয়াও উজ্জ্বলে মধুৰে মিহলি খায়—আৰু যেতিয়া স্পাৰ্ক্লিং ছেম্পেন উৰ্ম্মিময় হৈ কাচৰ পিয়ালাত জিক-মিকায়, তেতিয়াও উজ্জ্বলে মধুৰে মিহলি হয়। যেতিয়া জোনাক ৰাতি দক্ষিণাবায়ু আহি মিলেহি, তেতিয়াও উজ্জ্বলে মধুৰে মিলে,—আৰু যেতিয়া সন্দেশে শোভা কৰি থকা ফলাহাৰৰ পাতত, ৰূপৰ মুদ্ৰা দক্ষিণা স্বৰূপে বৈ থাকে, তেতিয়াও উজ্জ্বলে মধুৰে মিলে। যেতিয়া পুৱাৰ সূৰ্য্য কিৰণত আনন্দত উৎফুল্ল হৈ বসন্তৰ কুলিচৰায়ে মাতিবলৈ ধৰে, তেতিয়াও উজ্জ্বলে মধুৰে মিলে—আৰু যেতিয়া প্ৰদীপমালাৰ পোহৰত ৰত্ন আভৰণত ভূষিত হৈ, ৰূপহীয়ে গীত গায়, তেতিয়াও উজ্বলে মধুৰে মিলি যায়।

উজ্বলে মধুৰে মিলিল—কিন্তু শেঠদুজনৰ অন্তঃকৰণত তাৰ একোৱেই মিহলি নহল। তেওঁবিলাকৰ অন্তঃকৰণত মিলিল গুৰ্‌গণ খাঁ।

বাঙ্‌লা ৰাজ্যত সমৰাগ্নি এতিয়া জ্বলি উঠিছে। কলিকতাৰ পৰা অনুমতি পোৱাৰ পূৰ্ব্বেই পাটনাৰ এলিচ্‌ চাহাবে পাটনাৰ দুৰ্গ আক্ৰমণ কৰিছিল। প্ৰথমে তেওঁ দুৰ্গ অধিকাৰ কৰে, কিন্তু মুঙ্গেৰৰ পৰা পঠোৱা মুছলমান সৈন্যই পাটনাত থকা মুছলমান সৈন্যৰ লগত গোট খাই, পাটনা আকৌ মীৰ কাচিমৰ অধিকাৰৰ ভিতৰুৱা কৰে। এলিচ্‌ প্ৰভৃতি পাটনাত থকা ইংৰাজবোৰ মুছলমানৰ হাতত পৰি, মুঙ্গেৰলৈ বন্দী হৈ আছে। এতিয়ামানে দুয়োপক্ষই সঁচাসঁচিকৈয়ে ৰণ-শিঙা বজালে। শেঠবিলাকৰ লগত গুৰ্‌গণ খাঁই সেইবিষয়ে কথোপকথন কৰিছিল। নৃত্য গীত উপলক্ষ্যহে মাথোন। জগৎশেঠহঁতে বা গুৰগণ খাঁ কোনেও সেইবোৰ শুনা নাছিল। সকলোৱে যি কৰে, তেওঁবিলাকে তাকেই কৰিছিল। শুনিবৰ কাৰণে কোনে কেতিয়া সঙ্গীতৰ অৱতাৰণা কৰায় ?

গুৰ্‌গণ খাঁৰ মনস্কামনা সিদ্ধ হ'ল—তেওঁ মনতে ভাবিলে যে, উভয় পক্ষই বাদ বিসম্বাদ কৰি দুৰ্ব্বল হৈ পৰিলে তেওঁ দুয়োপক্ষকে পৰাজয় কৰি নিজে বাঙ্‌লাৰ অধীশ্বৰ হ'ব। কিন্তু সেই অভিলাষৰ সিদ্ধি হবলৈ হলে প্ৰথম আৱশ্যক যে, সৈন্যবোৰ তেওঁৰ বাধ্য হৈ থাকিব লাগে। সৈন্যবোৰ টকা পইচাৰ বাহিৰে আন একোৰে বশীভূত নহয়—শেঠ কুবেৰবোৰ সহায় হৈ

নেথাকিলে অৰ্থ সংগ্ৰহ নহ'ব। সেইদেখি শেঠবিলাকৰ লগত পৰামৰ্শ কৰাটো গুৰ্‌গণ খাঁৰ নিতান্ত প্ৰয়োজনীয় হৈ পৰিল।

ইফালে, কাচেম আলি খাঁয়ো সঁচাকৈয়ে জানিছিল যে, যি পক্ষক এই কুবেৰযুগলে অনুগ্ৰহ কৰিব, সেই পক্ষই জয়ী হ'ব। জগৎশেঠহঁতে যে মনে মনে তেওঁৰ অহিত আকাঙ্ক্ষা কৰে, সেইটোও তেওঁ বুজিছিল। কিয়নো, তেওঁ তেওঁবিলাকৰ লগত সদ্‌ব্যৱহাৰ কৰা নাই। সন্দেহবশতঃ তেওঁবিলাকক মুঙ্গেৰত বন্দী কৰি থৈছিল। তেওঁবিলাকে সুযোগ পালেই তেওঁৰ বিপক্ষৰ লগত মিলিব বুলি স্থিৰ কৰিয়েই তেওঁ শেঠহঁতক দুৰ্গৰ মাজত আৱদ্ধ কৰি ৰাখিবৰ চেষ্টা কৰিছিল। শেঠহঁতে সেইটো জানিব পাৰিছিল। এতিয়ালৈকে তেওঁবিলাকে ভয়ত মীৰ কাচেমৰ বিপক্ষতাচৰণ কৰিবলৈ সাহ কৰা নাই। কিন্তু এতিয়া অন্যপ্ৰকাৰে ৰক্ষাৰ কোনো উপায় নেদেখি গুৰ্‌গণ খাঁৰ লগ। মীৰ কাচেমক বধ কৰাটোৱেই দুয়োদলৰে উদ্দেশ্য।

কিন্তু বিনাকাৰণে জগৎশেঠহঁতৰ লগত গুৰ্‌গণ খাঁই দেখা-সাক্ষাৎ কৰিলে নৱাবে সন্দেহ কৰিব বুলি ভাবি, জগৎশেঠহঁতে এই উৎসৱক সৃষ্টি কৰি, গুৰ্‌গণ খাঁ আৰু আন আন মন্ত্ৰী পৰিষদবৰ্গক নিমন্ত্ৰণ কৰিছিল।

গুৰ্‌গণ খাঁই নৱাবৰ অনুমতি লৈ আহিছিল। আৰু অন্যান্য অমাত্যবোৰে পৰা পৃথক হৈ বহিছিল। জগৎশেঠহঁতে যেতিয়া সকলোৰে ওচৰলৈ আহি একো একোবাৰ আলাপ কৰিছিলহি— গুৰ্‌গণ খাঁৰ লগতো সেই দৰেহে—বেচি সময় ৰৈ থকা নাছিল।

কিন্তু কথাবার্ত্তা আনৰ অশ্ৰাব্য শব্দত চলি আছিল। কথোপকথন এনেধৰণৰ—

গুৰ্‌গণ খাঁই কৈছিল "আপোনালোকৰ লগত মই এটা কুঠি খুলিম। আপোনালোক তাৰ বখৰা লবলৈ ৰাজীনে ?"

মাহতাবচন্দ্‌। কি মতলব ?

গুৰ্‌। মুঙ্গেৰৰ ডাঙৰ কুঠিটো বন্ধ কৰিবৰ বাবে।

মাহ্‌। ৰাজী আছো—এনেকুৱা এটা নতুন কাৰবাৰ আৰম্ভ নকৰিলে আমাৰ আৰু কোনো উপায় নেদেখো।

গুৰ্‌গণ খাঁই কলে, "যদি আপোনালোক স্বীকৃত, তেনে টকাৰ আঞ্জামটো আপোনালোকে কৰিব লাগিব—মই শাৰীৰিক পৰিশ্ৰম কৰিম।

সেই সময়ত মনিয়া বায়ে ওচৰলৈ আহি চণ্ডী খেয়াল গালে,—"শিখে হো ছল ভালা" ইত্যাদি। শুনি লৈ মাহতাবে হাঁহি কলে, "কাক কয় ? যি হওক—আমি ৰাজী আছো—আমাৰ মূলধন সূদেমূলে অটুট থাকিলেই হ'ল—কোনো লেঠাত যেন নপৰো।"

এইদৰে এপিনে, বাইজীয়ে কেদাৰ, হাম্বিৰ, ছায়ানট ইত্যাদি ৰাগ জাৰিবলৈ ধৰিলে, আৰু এপিনে গুৰগণ খাঁ আৰু জগৎশেঠে ৰূপিয়া, লোকচান, আগধন প্ৰভৃতি বিন্ধা দিয়া কথাৰে নিজৰ কাৰ্য্যৰ পৰামৰ্শ কৰাত লাগিল। কথাবাৰ্ত্তা স্থিৰ হ'লত গুৰ্‌গণ খাঁই কবলৈ ধৰিলে, "এজন নতুন সাউদে কুঠি এটা খুলিছে, শুনিছেনে কিবা অলপ ?"

মাহ্। নাই শুনা—দেশী নে বিলাতী ?

গুৰ্। দেশী।

মাহ। ক'ত ?

গুৰ্। মুঙ্গেৰৰ পৰা মুৰছিদাবাদলৈকে সকলো ঠাইত। য'ত পাহাৰ, য'ত জংঘল, য'ত পথাৰ, তাতে তেওঁৰ কুঠি পাতি বহিছে।

মাহ্। ধনী কিমান ?

গুৰ্। এতিয়াও সিমান ধনী নহয়—কিন্তু কি হ'য় কব নোৱাৰি।

মাহ্। লেনদেন কাৰ লগত ?

গুৰ্। মুঙ্গেৰৰ বৰ কুঠিৰ লগত।

মাহ্। হিন্দু নে মুছলমান ?

গুৰ্। হিন্দু।

মাহ্। নাম কি ?

গুৰ্। প্ৰতাপ ৰায়।

মাহ্। ঘৰ ক'ত ?

গুৰ্। মুৰছিদাবাদৰ কাষত।

মাহ্। নাম শুনিছো—সি সামান্য মানুহ।

গুৰ্। অতি ভয়ানক মানুহ।

মাহ্। কিয় সি হঠাৎ এনে কৰিছে ?

গুৰ্। কলিকতাৰ বৰ কুঠিৰ ওপৰত ক্ৰোধ।

মাহ্। তাক হস্তগত কৰিব লাগিব—সি কিহৰ বশ ?

গুৰ্। কিয় সি এই কামত প্ৰবৃত্ত, সেইটো নেজানিলে ক'ব নোৱাৰি। যদি অৰ্থলোভত দৰ্ম্মহা খাই কাম আৰম্ভ কৰিছে, তেনে তাক কিনিবলৈ কিমান পৰ? মাটি-ভেঁটি, তালুক তহচিলো দিব পাৰো। কিন্তু যদি ভিতৰি ভিতৰি আৰু কিবা থাকে?

মাহ্। আৰু কি থাকিব পাৰে? কিহৰ বাবে প্ৰতাপৰায়ে উঠি পৰি লাগিছে; বাইজীয়ে সেই সময়ত গাইছিল, "গোৰে গোৰে মুখ পৰা বেশৰ শোহে।"

মাহতাব চন্দই কলে, "সেয়ে নেকি? কাৰ গোৰা মুখ?"

## চতুৰ্থ পৰিচ্ছেদ

# দলনীয়ে কি কৰিলে

মহাকায় পুৰুষজনে নিঃশব্দে দলনীৰ কাষত আহি বহিল। দলনীয়ে কান্দি আছিল, ভয় খাই কান্দোন সামৰিলে, নিস্পন্দ হৈ ৰ'ল। আগন্তুকজনো নিঃশব্দে থাকিল।

যিমান পৰে এই ঘটনা ঘটিছিল, সিমান পৰত আন ঠাইত দলনীৰ আৰু এক সৰ্ব্বনাশ উপস্থিত হৈছিল।

মহম্মদ তকিৰ প্ৰতি গুপ্ত আদেশ আছিল যে, ইংৰাজ-বিলাকৰ নাৱৰ পৰা দলনী বেগমক হস্তগত কৰি মুঙ্গেৰলৈ পঠাব। মহম্মদ তকিয়ে বিবেচনা কৰিছিল যে, ইংৰাজবিলাক বন্দী হলে বা মৰিলে বেগম অনায়াসেই তেওঁবিলাকৰ হাতত পৰিব। সেই দেখি অনুচৰবিলাকক বেগমৰ বিষয়ে কোনো বিশেষ উপদেশ দিয়া তেওঁ আৱশ্যক বিবেচনা কৰা নাছিল। পিচত যেতিয়া মহম্মদ তকিয়ে দেখিলে, মৃত ইংৰাজবিলাকৰ নাৱত বেগম নাই, তেতিয়া তেওঁ বুজিলে যে, বিষম বিপদ উপস্থিত হ'ল। তেওঁৰ শৈথিল্যৰ বাবে, বা অমনোযোগী হোৱা বাবে নৱাবৰ খং উঠি কি উৎপাতখন কৰিব পাৰে, সেইটো কব নোৱাৰি। এই আশঙ্কাত ভীত হৈ, মহম্মদ তকিয়ে সাহৰ ওপৰত নিৰ্ভৰ কৰি নৱাবক বঞ্চনা কৰিবৰ কল্পনা কৰিলে। লোকৰ মুখে মুখে তেতিয়া শুনা গৈছিল যে, যুদ্ধ আৰম্ভ হলেই ইংৰাজবিলাকে মীৰজাফৰক বন্দী-শালৰ পৰা মোকোলাই দি আকৌ মছনদত বহুৱাব। যদি

ইংৰাজবিলাক যুদ্ধত জয়ী হয়, তেনে মীৰকাচেমে এই প্ৰৱঞ্চনাৰ কথা শেষত জানিব পৰিলেও কোনো ক্ষতি নহব। বৰ্ত্তমান জীয়াই থাকিব পাৰিলেই অনেক লাভ। পিচত যদিওবা মীৰ-কাচেম জয়ী হয়, তেনে তেওঁ যাতে প্ৰকৃত ঘটনা কেতিয়াও জানিব নোৱাৰে, এনে উপায় কৰিব পৰা হ'ব। বৰ্ত্তমান যাত কোনো টান হুকুমৰ বশৱতী হ'ব নেলাগে। এই ধৰণৰ দুৰভিসন্ধি কৰি তকিয়ে সেই ৰাতিয়েই নৱাবৰ ওচৰলৈ মিছাকথাৰে পৰিপূৰ্ণ এখন আৰ্জ্জি পঠাইছিল।

মহম্মদ তকিয়ে নৱাবলৈ লেখিলে যে, বেগমক আমিয়টৰ নাৱত পোৱা গৈছে। তকিয়ে তেওঁক আনি সসম্মানে কিল্লাৰ ভিতৰত ৰাখি থৈছে। কিন্তু বিশেষ আদেশ নোহোৱাকৈ তেওঁক হুজুৰৰ ওচৰলৈ পঠাব পৰা নাই। ইংৰাজবিলাকৰ লগৰ খানচামা, নাৱৰীয়া, চিপাহী প্ৰভৃতি যিবিলাক জীয়াই আছে, তেওঁবিলাকৰ সকলোৰে মুখে মুখে শুনিবলৈ পাইছে যে, বেগম আমিয়টৰ উপপত্নী স্বৰূপে নাৱত বাস কৰিছে। দুয়ো একেখন শয্যাতে শোৱে। বেগমে স্বয়ং এইবোৰ কথা স্বীকাৰ কৰিছে। তেওঁ এতিয়া খৃষ্টধৰ্ম্ম অৱলম্বন কৰিছে। তেওঁ মুঙ্গেৰলৈ যাবলৈ অসম্মত। তেওঁ কয় "মোক এৰি দিয়া।" মই কলিকতালৈ গৈ আমিয়ট চাহাবৰ সুহৃদসকলৰ লগত থাকিমগৈ। যদি এৰি নিদিয়া, তেনে মই পলাই যাম। যদি মুঙ্গেৰলৈ পঠোৱা, তেনে মই আত্মহত্যা কৰিম।" এনে অৱস্থাত তেওঁক মুঙ্গেৰলৈ পঠাব নে ইয়াতে ৰাখিব, নে এৰি দিব, এই বিষয়ে আজ্ঞাৰ প্ৰত্যাশাত

থাকিল। আজ্ঞাপালে তদনুসাৰে কাৰ্য্য কৰিব। তকিয়ে এই মৰ্ম্মেৰে চিঠি লেখিলে।

অশ্বাৰোহী দূতে সেই ৰাতিয়েই এই চিঠি লৈ মুঙ্গেৰলৈ যাত্ৰা কৰিলে। কোনোবাই কোনোবাই কয়, দূৰৈত ঘটা অজ্ঞাত হৈ থকা অমঙ্গল ঘটনাও আমাৰ মনে জানিব পাৰে। এই কথা যে সঁচা, এনে নহয়; কিন্তু যি মুহূৰ্ত্তে মুৰছিদাবাদৰ পৰা অশ্বাৰোহী দূতে দলনী সম্পৰ্কে চিঠি লৈ মুঙ্গেৰলৈ যাত্ৰা কৰিলে, সেই মুহূৰ্ত্তে দলনীৰ শৰীৰ ৰোমাঞ্চিত হ'ল, সেই মুহূৰ্ত্তে তেওঁৰ কাষত থকা বলিষ্ঠ পুৰুষজনে প্ৰথমে কথা কলে। তেওঁৰ কণ্ঠ-স্বৰত হওক, অমঙ্গল সূচনাতে হওক, যিহতে হওক, সেই মুহূৰ্ত্তে দলনীৰ শৰীৰ কণ্টকিত হ'ল।

কাষত থকা পুৰুষজনে কলে, "তোমাক চিনি পাওঁ। তুমি দলনী বেগম।

দলনি শিয়ঁৰি উঠিল।

কাষত থকা পুৰুষজনে আকৌ কলে, "জানিছো, তোমাক এই বিজন ঠাইত দুৰাত্মা মানুহে এৰি থৈ গৈছে।"

দলনীৰ চকুলোৰ সোঁত আকৌ ববলৈ ধৰিলে আগন্তুকে কলে, "এতিয়া তুমি কলৈ যাবা?"

হঠাতে দলনীৰ ভয় দূৰ হৈছিল। ভয় নাশ হোৱাৰ দলনীয়ে বিশেষ কাৰণ পাইছিল। দলনীয়ে কলে, "যাম কলৈ? মোৰ যাবৰ ঠাই নাই। এখন যাবৰ ঠাই আছে—কিন্তু সেই ঠাই বহুত দূৰ। কোনে মোক তালৈ লৈ যাব?"

আগন্তুকে কলে, তুমি নৱাবৰ ওচৰলৈ যাবৰ বাসনা পৰিত্যাগ কৰা।"

দলনী উৎকণ্ঠিত, বিস্মিত হৈ কলে, কিয় ?"

"অমঙ্গল ঘটিব।"

দলনীয়ে শিয়ঁৰি উঠিল, কলে "ঘটক। সেইটোৰ বাজে মোৰ আৰু কি আছে ? আন ঠাইত মঙ্গল হোৱাতকৈ স্বামীৰ গুৰিত অমঙ্গল হোৱাও ভাল।"

'তেনে উঠা। মই তোমাক মুৰছিদাবাদত মহম্মদ তকিৰ ওচৰত থৈ আহোঁ। মহম্মদ তকিয়ে তোমাক মুঙ্গেৰলৈ পঠাই দিব। কিন্তু মোৰ কথা শুনা। এতিয়া যুদ্ধ আৰম্ভ হৈছে। নৱাবে নিজৰ নগৰৰ লোকসকলক ৰুহিদাসৰ গড়লৈ পঠাবৰ উত্তোগ কৰিছে তুমি তালৈ নাযাবা।"

"মোৰ কপালত যিয়েই থাকক, মই যাম।"

"তোমাৰ কপালত মুঙ্গেৰ দৰ্শন নঘটে।"

দলনী চিন্তিত হ'ল। কলে, "ভবিতব্য কোনে জানে ? ব'লক, আপোনাৰ লগত মই মুৰছিদাবাদলৈ যাম। যিমানপৰ প্ৰাণ আছে, নৱাবক চোৱাৰ আশা এৰিব নোৱাৰো।"

আগন্তুকে কলে, "সেইটো জানো। আহাঁ।

দুয়ো আন্ধাৰ নিশা মুৰছিদাবাদলৈ যাত্ৰা কৰিলে। দলনী-পতঙ্গ জুইৰ আগলৈ লৰি গল।

# ষষ্ঠ খণ্ড

# সিদ্ধি

## প্ৰথম পৰিচ্ছেদ

## পূৰ্ব্বকথা

পূৰ্ব্বকথা যি কোৱা নাই, এতিয়া সংক্ষেপকৈ ক'ম। চন্দ্ৰ-শেখৰেই যে আগতে কৈ অহা ব্ৰহ্মচাৰী, সেইটো জনা গৈছে।

যিদিনা আমিয়টে ফষ্টৰৰ লগত মুঙ্গেৰৰ পৰা যাত্ৰা কৰিলে, সেই দিনাই অনুসন্ধান কৰি কৰি ৰমানন্দ স্বামীয়ে জানিলে যে, ফষ্টৰ আৰু দলনী বেগম প্ৰভৃতি একেলগে আমিয়টৰ লগত গৈছিল। গঙ্গাৰ পাৰত চন্দ্ৰশেখৰৰ সাক্ষাৎ পাই তেওঁক এই সংবাদ জনাই কলে "ইয়াত তোমাৰ আৰু থাকিবৰ প্ৰয়োজন—একোৱেই নাই, তুমি স্বদেশলৈ উভতি যোৱা। শৈৱলিনীক মই কাশীলৈ পঠাম। তুমি যি পৰহিতব্ৰত গ্ৰহণ কৰিছা, আজিৰ পৰা তাৰ কাম কৰা। এই মুছলমান কন্যা ধৰ্ম্মিষ্ঠী, এতিয়া বিপদত পৰিছে তুমি এওঁৰ পাচ লোৱা ; যেতিয়াই পাৰিবা, এওঁৰ উদ্ধাৰৰ উপায় কৰিবা। প্ৰতাপো তোমাৰ আত্মীয় আৰু উপকাৰী, তোমাৰ কাৰণেই এনে দুৰ্দ্দশালাভ কৰিলে, তেওঁক এই সময়ত ত্যাগ কৰিব নোৱাৰিবা। তেওঁবিলাকৰ অনুসৰণ কৰা। চন্দ্ৰশেখৰে নৱাবৰ ওচৰত সংবাদ দিব খুজিলত ৰমানন্দ স্বামীয়ে নিষেধ

কৰিলে। কলে, "মই তালৈ সংবাদ দিয়াম।" চন্দ্ৰশখৰে গুৰুৰ আদেশত অগত্যা এখন সৰু নাও লৈ আমিয়টৰ অনুসৰণ কৰিবলৈ লাগিল। ৰামানন্দ স্বামীও তেতিয়াৰে পৰা শৈৱলিনীক কাশীলৈ পঠাবৰ উদ্যোগত উপযুক্ত শিষ্যৰ অনুসন্ধানত প্ৰবৃত্ত হ'ল। তেতিয়া অকস্মাৎ জানিব পাৰিলে যে, শৈৱলিনীয়ে বেলেগ নাও লৈ ইংৰাজৰ অনুসৰণ কৰি গুচি গৈছে। ৰামনন্দ স্বামী বিষম সঙ্কটত পৰিল। এই পাপিনীজনীয়ে কাৰ অনুসৰণত প্ৰবৃত্ত হ'ল ফষ্টৰৰ নে চন্দ্ৰশেখৰৰ? ৰমানন্দ স্বামীয়ে মনে মনে ভাবিলে "কিজানিবা চন্দ্ৰশেখৰৰ কাৰণেই আকৌ মোক সাংসাৰিক বিষয়ত লিপ্ত হ'বলগীয়া হ'ল।" এই বুলি ভাবি তেওঁ সেই বাটেদি গ'ল।

ৰমানন্দ স্বামীয়ে চিৰকাল পদব্ৰজে দেশবিদেশ ভ্ৰমণ কৰিছে— উৎকৃষ্ট পৰিব্ৰাজক। তেওঁ বামেদি, খোজকাঢ়ি সোনকালেই শৈৱলিনীক পাচ পেলাই যৈ আহিল, বিশেষকৈ তেওঁ আহাৰ-নিদ্ৰাৰ বশীভূত নহয়, অভ্যাসৰ গুণত সেই সকলোবোৰ তেওঁ বশীভূত কৰিছিল। ক্ৰমে আহি চন্দ্ৰশেখৰক ধৰিলেহি। চন্দ্ৰশেখৰে পাৰত ৰমামন্দ স্বামীক দেখি তালৈ আহি তেওঁক প্ৰণাম কৰিলে।

ৰমানন্দ স্বামীয়ে কলে, "এবাৰ নৱদ্বীপলৈ অধ্যাপকসকলৰ লগত আলাপ কৰিবৰ কাৰণে বঙ্গদেশলৈ যাবলৈ অভিলাষ কৰিছো; ব'লা, তোমাৰ লগত যাওঁ। "এই বুলি ৰমানন্দস্বামী চন্দ্ৰশেখৰৰ নাৰত উঠিল।

ইংৰাজৰ আড়ম্বৰ দেখি তেওঁবিলাকে সৰু নাওখন নিভৃত

দেখিলে, শৈৱলিনীৰ নাওখন ঠাইত বান্ধি থৈ পাৰলৈ উঠিল। দেখিলে, শৈৱলিনীৰ নাওখন আহিও নিভৃত ঠাইত ৰ'লহি ; তেওঁবিলাক দুয়ো পাৰত প্ৰচ্ছন্ন-ভাৱে থাকি সকলো দেখা পালে। দেখিলে, প্ৰতাপ শৈৱলিনীয়ে সাঁতোৰ মেলি পলাই গ'ল। দেখিলে, তেওঁবিলাক নাৱত উঠি পলাল। তেতিয়া তেওঁবিলাকো নাৱত উঠি তেওঁবিলাকৰ পাচ ললে। তেওঁবিলাকে নাও চপালে দেখি তেওঁবিলাকেও কিছুদূৰ গৈ নাওখন পাৰ চপাই থলে। ৰমানন্দ স্বামী অনন্তবুদ্ধি শালী— চন্দ্ৰশেখৰক কলে, সাঁতোৰ মেলাৰ সময়ত প্ৰতাপ আৰু শৈৱলিনীৰ ভিতৰত কি কথা-বতৰা হৈছিল, কিবা শুনিবলৈ পাইছিলানে ?"

চ। নাই পোৱা।

ৰ। তেনে আজি ৰাতি নুশুবা, তেওঁবিলাকৰ প্ৰতি দৃষ্টি ৰাখা।

দুয়ো সাৰে পাই থাকিল। দেখিলে, শেষ ৰাতি শৈৱলিনীয়ে নাৱৰ পৰা বাজ ওলাই পাৰলৈ উঠি গ'ল। ক্ৰমে পাৰৰ হাবিৰ মাজত সোমাই অদৃশ্য হৈ পৰিল। ৰাতিপুৱা হবৰ হ'ল, তথাপি নুভতিলে। তেতিয়া ৰমানন্দ স্বামীয়ে চন্দ্ৰশেখৰক কলে, "একো বুজিব পৰা নাই। এইৰ মনত কি আছে। ব'লা, তাইৰ অনুসৰণ কৰো।"

তেতিয়া দুয়ো সতৰ্কভাৱে শৈৱলিনীৰ অনুসৰণ কৰিলে। সন্ধিয়াৰ পিচত মেঘৰ ঘনঘটা দেখি ৰমানন্দ স্বামীয়ে সুধিলে "তোমাৰ বাহুত বল কিমান ?"

চন্দ্ৰশেখৰে হাঁহি এডোখৰ ড়াঙৰ শিল এহাতেৰে তুলি দূৰলৈ দলি মাৰি দিলে।

ৰমানন্দ স্বামীয়ে কলে, উত্তম। শৈৱলিনীৰ ওচৰলৈ গৈ আঁৰত বহি থাকাগৈ, শৈৱলিনীয়ে এই আগবাঢ়ি অহা ধুমুহা বতাহত সাহায্য নেপালে স্ত্ৰীহত্যা ঘটিব। ওচৰতে এটা গুহা আছে, মই তাৰ পথ চিনি পাওঁ। মই যেতিয়া ক'ম, তেতিয়া তুমি শৈৱলিনীক কোলাত তুলি লৈ মোৰ পাছে পাছে আহিবা।

চ। এতিয়াই ঘোৰ অন্ধকাৰ হব, বাট দেখা পাম কেনেকৈ?

ৰ। মই ওচৰতে থাকিম। মোৰ এই লাখুটিৰ আগটো তোমাৰ হাতৰ মুঠিত সুমাই দিম, ইটো মূৰ মোৰ হাতত থাকিব।

শৈৱলিনীক গুহাত সুমাই থৈ, চন্দ্ৰশেখৰ বাহিৰলৈ আহিলত, ৰমানন্দ স্বামীয়ে মনে মনে ভাবিলে, “মই ইমান কাল সৰ্ব্বশাস্ত্ৰ অধ্যয়ন কৰিলো, সকলোপ্ৰকাৰ মানুহৰ লগত আলাপ কৰিলো, কিন্তু সকলো বৃথা! এই ছোৱালীজনীৰ মনৰ কথা বুজিব নোৱাৰিলো! এই সমুদ্ৰৰ তলি নাই নেকি?” এই দৰে ভাবি চন্দ্ৰশেখৰক কলে, “ওচৰতে এটা পৰ্ব্বতীয়া মঠ আছে, তাতে আজি জিৰোৱাগৈ; শৈৱলিনীৰ বাবে কৰিবলগীয়া কৰ্ত্তব্য সাধন কৰিব পাৰিলে তুমি আকৌ মূছলমান কন্যাৰ অনুসৰণ কৰিবা। মনত জানি লবা, পৰহিতৰ বাহিৰে তোমাৰ ব্ৰত নাই। শৈৱলিনীৰ কাৰণে চিন্তা নকৰিবা, মই ইয়াতে থাকিম। কিন্তু তুমি মোৰ অনুমতিৰ বাহিৰে শৈৱলিনীৰ লগত দেখা

ৰক্ষা কৰিবা। তুমি যদি মোৰ মতে কাৰ্য্য কৰা, তেনে শৈৱলিনীৰ পৰম উপকাৰ হব পাৰে।"

এই কথাৰ পিচত চন্দ্ৰশেখৰে বিদায় ললে। ৰমানন্দ স্বামীয়ে তাৰ পিছত, আন্ধাৰত, অলক্ষ্যে থাকি গুহাৰ ভিতৰত সোমাল।

তাৰ পিছত, যি ঘটিল, পাঠকে নকলো গম ধৰিব পাৰিছে।

উন্মাদিনী শৈৱলিনীক চন্দ্ৰশেখৰে সেই মঠলৈ ৰমানন্দ স্বামীৰ ওচৰলৈ লৈ গ'ল। কান্দি কান্দি কলে, "গুৰুদেৱ! এইটো কি কৰিলে?"

ৰমানন্দ স্বামীয়ে, শৈৱলিনীৰ অৱস্থা সবিশেষ পৰ্য্যবেক্ষণ কৰি অলপ হাঁহি কলে, "ভালেই হৈছে, চিন্তা নকৰিবা। তুমি ইয়াতে দুই এদিন বিশ্ৰাম কৰা। পিচত এওঁক লগতলৈ স্বদেশলৈ উভতি যাবা। যিটো ঘৰত এওঁ বাস কৰিছিল, সেইটো ঘৰতে এওঁক ৰাখিবা। যিবিলাক এওঁৰ সঙ্গী আছিল, তেওঁবিলাকক সদায় এওঁৰ ওচৰত থাকিবলৈ অনুৰোধ কৰিবা। প্ৰতাপকো সেই ঠাইলৈ মাজে মাজে আহিবলৈ কৰা। মই পিছতে গৈছো।"

গুৰুৰ আদেশ অনুসাৰে চন্দ্ৰশেখৰে শৈৱলিনীক ঘৰলৈ আনিলে।

## দ্বিতীয় পৰিচ্ছেদ

## হুকুম

ইংৰাজৰ লগত যুদ্ধ আৰম্ভ হ'ল। মীৰ কাচেমৰ অধঃপতন আৰম্ভ হ'ল। মীৰ কাচেম প্ৰথমেই কাটোয়াৰ যুদ্ধত হাৰিল। তাৰ পিচত গুৰ্‌গন খাঁৰ অবিশ্বাসী স্বভাৱ প্ৰকাশ পাবলৈ ধৰিলে। নৱাবৰ যি ভৰসা আছিল সেই ভৰসা নিৰ্ব্বাপিত হ'ল। নৱাবৰ এই সময়ত বুদ্ধিৰ বিকৃতি ঘটিবলৈ ধৰিলে। বন্দী ইংৰাজবিলাকক বধ কৰিবলৈ মন মেলিলে। আন আন সকলোৰে প্ৰতি অহিতাচৰণ কৰিবলৈ ধৰিলে। এই সময়ত মহম্মদ তকিয়ে পঠোৱা দলনীৰ সম্বাদ আহিল। জ্বলি থকা জুইত ঘৃতাহুতি হ'ল। ইংৰাজবিলাক অবিশ্বাসী হৈছে— সেনাপতি অবিশ্বাসী বোধ হৈছে—ৰাজ্যলক্ষ্মী, বিশ্বাসঘাতিনী— আকৌ দলনীও বিশ্বাঘাতিনী? আৰু সহিব নোৱাৰিলে মীৰ কাচেমে মহম্মদ তকিলৈ লেখিলে, "দলনীক ইয়ালৈ পঠাবৰ প্ৰয়োজন নাই। তাইক সেই ঠাইতে বিহ খুৱাই বধ কৰিবা।"

মহম্মদ তকিয়ে নিজ হাতেৰে বিহৰ পিয়লা লৈ দলনীৰ ওচৰলৈ গ'ল। মহম্মদ তকিক ওচৰত দেখি দলনী বিস্মিত হ'ল। ক্ৰুদ্ধ হৈ কলে, "এইটো কি কথা খাঁ চাহাব। মোক বেইজ্জৎ কৰিছে কিয়?"

মহম্মদ তকিয়ে হাতেৰে কপালত চপৰিয়াই কলে, "কপাল ! নৱাব আপোনাৰ প্ৰতি অপ্ৰসন্ন।"

দলনীয়ে হাঁহি সুধিলে, "আপোনাক কোনে ক'লে ?"

মহম্মদ তকিয়ে কলে, "বিশ্বাস নকৰে, পৰৱানা চাওক !"

দ। তেনে আপুনি পৰৱনাখন পঢ়িব পৰা নাই।

মহম্মদ তকিয়ে দলনীক নৱাবৰ চহী আৰু মোহৰ থকা পৰৱানাখন পঢ়িবলৈ দিলে। দলনীয়ে পৰৱানাখন পঢ়ি, হাঁহি দূৰলৈ দলি মাৰি দিলে। কলে, "এইখন জাল। মোৰ লগত এইবোৰ ৰহস্য কিয় ? মৰিব খুজিছে নেকি এই বাবে ?"

মহ। আপুনি ভয় নাখাব। মই আপোনাক ৰক্ষা কৰিব পাৰো।

দ। ও-হো ! তোমাৰ কিবা মতলব আছে। তুমি জাল পৰৱানা এখন আনি মোক ভয় খুৱাবলৈ আহিছো ?

মহ। তেনে শুনক। মই নৱাবলৈ লিখিছিলো যে, আপুনি আমিয়টৰ নাৱত তেওঁৰ উপপত্নীৰূপে আছিল, সেই বাবেই এই হুকুম আহিল।

এইটো শুনিলত দলনীয়ে ভ্ৰূ কুঞ্চিত কৰিলে। শান্ত হৈ থকা পানীৰ ললাট-গঙ্গাত তৰঙ্গ উঠিল—ভ্ৰূধনুত চিন্তাৰ গুণ লগালে—মহম্মদ তকিয়ে মনে মনে প্ৰমাদ গণিলে। দলনীয়ে কলে, "কিয় লিখিছিল ? মহম্মদ তকিয়ে আনুপূৰ্ব্বিক আদ্যো-পান্ত সকলো কথা কলে।

তেতিয়া দলনীয়ে কলে, "চাওঁ, পৰৱানাখন আকৌ চাওঁ।"

মহম্মদ তকিয়ে পৰৱানা আকৌ দলনীৰ হাতত দিলে। দলনীয়ে বিশেষ ভাৱে চাই দেখিলে, সঁচাসঁচিয়েই হয়। জাল নহয়। "বিহ ক'তা?"

"বিহ ক'তা?" শুনি মহম্মদ তকি বিস্মিত হ'ল। কলে, "বিহ কেলেই?"

দ। পৰৱানাত কি হুকুম আছে?

মহ। আপোনাক বিহ খুৱাই মাৰিবলৈ।

দ। তেনে বিহ ক'তা?

মহ। আপুনি বিহ খাবনেকি?

দ। মই মোৰ ৰজাৰ হুকুম পালন নকৰিম কিয়?

মহম্মদ তকিয়ে অন্তৰত লাজ পাই মৰি যোৱা যেন লাগিল। কলে, "যি হৈছে, হৈছে, আৰু। আপোনাৰ বিহ খাই মৰিব নালাগিব। মই তাৰ উপায় কৰিম।"

দলনীৰ চকুৰ পৰা খঙত জুইৰ ফিৰিঙতি ওলাল। সেই ক্ষুদ্ৰ শৰীৰটো উন্নত কৰি থিয় হৈ দলনীয়ে কলে, "যি তোমাৰ নিচিনা পাপিষ্ঠৰ কাষত প্ৰাণদান গ্ৰহণ কৰে, সি তোমাতকৈও অধম—বিহ আনা।"

মহম্মদ তকিয়ে দলনীক চাবলৈ ধৰিলে। সুন্দৰী—নবীনা—এই মাথোন যৌৱন-বাৰিষাত ৰূপ-সৌন্দৰ্য্য লৈ ভৰপূৰ হৈ উঠিছে—পৰিপূৰ্ণ বসন্তত অঙ্গপ্ৰত্যঙ্গৰ কলিবোৰ প্ৰস্ফুটিত হৈ পৰিছে। বসন্তৰ লগত বৰ্ষা একেলগে মিলিছে। যাকে দেখিছো—সি দুখত ভাগি পৰিছে—কিন্তু মোৰ দেখি কিমান

সুখ! জগদীশ্বৰ! দুখক ইমান সুন্দৰ কৰিছা কিয়? এই গৰাকী কাতৰ হৈ পৰা ছোৱালী—ধুমুহাই কোবোৱা ফুলি পৰা কুসুম—ঢৌৰে আস্ফালি থকা খেল-নাও—এওঁক লৈ কি কৰিম—ক'ত ৰাখিম? চয়তান আহি তকিৰ কাণে কাণে ক'লে, "হৃদয়ৰ মাজত।"

তকিয়ে ক'লে, "শুনা সুন্দৰী—মোক ভজা—বিহ খাব নেলাগে।"

শুনি দলনীয়ে—লিখিবলৈ লাজ লাগে—মহম্মদ তকিক গোৰ মাৰি দিলে।

মহম্মদ তকিয়ে আৰু বিহ খুৱাব নোৱাৰিলে—মহম্মদ তকিয়ে দলনীৰ ফালে, চকু আধামুদা কৰি চাই চাই লাহে লাহে উভতি গ'ল।

তেতিয়া দলনীয়ে মাটিত বাগৰি পৰি কান্দিবলৈ ধৰিলে—"হে ৰাজৰাজেশ্বৰ! ছাহানছাহা! বাদছাহৰ বাদছাহ। এই দুখুনী বান্দীৰ ওপৰত কি হুকুম জাৰী কৰিলা। বিহ খাম? তুমি হুকুম দিলে, কিয় নেখাম? তোমাৰ আদৰ-সাদৰেই মোৰ মানত অমৃত—তোমাৰ খং ৰাগেই মোৰ মানত বিহ। তুমি যেতিয়া খং কৰিছা—মই তেতিয়াই বিহ খালো। ইয়াতকৈ বিহত জানো বেচি যন্ত্ৰণা আছে? হে ৰাজাধিৰাজ—জগতৰ পোহৰ—অনাথাৰ ভৰসা—পৃথিৱীপতি—ঈশ্বৰৰ প্ৰতিনিধি—দয়াৰ সাগৰ—তুমি ক'ত আছা? মই তোমাৰ আদেশত হাঁহি হাঁহি বিহপান কৰিম কিন্তু তুমি এবাৰ নেদেখিলা—এয়ে মোৰ দুখ।

কৰিমন নামেৰে এজনী লিগিৰী বেগমৰ পৰিচৰ্য্যাত নিযুক্ত আছিল। তাইক মাতি, দলনীয়ে নিজৰ অৱশিষ্ট অলঙ্কাৰখিনি তাইৰ হাতত দিলে। কলে, মনে মনে লুকাই গৈ হেকিমৰ পৰা মোক তুমি এনে ঔষধ আনি দিয়া যেন মোৰ টোপনি আহে—সেই টোপনি আৰু যেন নেভাগে। এই অলঙ্কাৰবোৰ বেচিয়েই ঔষধৰ দাম দিবা। যি বাকি থাকে, তুমি ল'বা।"

কৰিমনে দলনীৰ অশ্রুপূর্ণ চকুদুটি দেখিয়েই বুজি পালে। প্ৰথমতে সন্মত নহল—দলনীয়ে বাৰে বাৰে উত্তেজিত কৰিবলৈ ধৰিলে। শেষত মূৰ্খ আৰু লুভীয়া তিৰুতা অধিক ধনৰ লোভত শান্তি হ'ল।

হেকিমে ঔষধ দিলে। মহম্মদ তকিৰ ওচৰলৈ হৰকৰা আহি গোপনে সম্বাদ দিলে—"কৰিমন লিগিৰীয়ে আজি এই মাত্ৰ হেকিম মেৰজা হবীবৰ ওচৰৰ পৰা বিহ কিনি আনিছে।"

মহম্মদ তকিয়ে কৰিমনক ধৰিলে। কৰিমনে স্বীকাৰ কৰিলে। কলে "বিহ দলনী বেগমক দিলো।"

মহম্মদ তকিয়ে শুনিয়েই দলনীৰ ওচৰলৈ আছিল। দেখিলে, দলনী আসনত ঊৰ্দ্ধমুখে, ঊৰ্দ্ধদৃষ্টিৰে হাতযোৰকৈ বহি আছে—বিস্ফাৰিত পদ্মপলাশৰ দৰে চকুৰ পৰা চকুলোৰ পিচত চকুলো গালেদি আহি কাপোৰত আহি পৰিছে—সমুখত শূন্য পাত্ৰ পৰি আছে—দলনীয়ে বিহ খালে।

মহম্মদ তকিয়ে সুধিলে "এইটো কিহৰ পাত্ৰ পৰি আছে?"

দলনীয়ে কলে, "সেইয়া বিহ। মই তোমাৰ দৰে নিমখহাৰাম

নহওঁ—প্ৰভুৰ আদেশ পালন কৰিছো। তোমাৰ উচিত—অৱশিষ্টখিনি খাই মোৰ লগত আহা।”

মহম্মদ তকিয়ে নিঃশব্দে থিয় হৈ থাকিল। দলনীয়ে ধীৰে ধীৰে শুলে। চকু মুদিলে। সকলো অন্ধকাৰ হ'ল। দলনী গুচি গ'ল।

## তৃতীয় পৰিচ্ছেদ

## সম্ৰাট আৰু বৰাট

মীৰ কাচেমৰ সৈন্য কাটোৱাৰ ৰণক্ষেত্ৰত পৰাভূত হৈ পাচ হুঁহকি আহিছিল। ভগা কপাল গিৰিয়াৰ ৰণক্ষেত্ৰত আকৌ ভাগিল—আকৌ মুছলমান সৈন্য, ইংৰাজৰ বাহুবলৰ আগত, বতাহৰ আগৰ ধুলি মুঠিৰ দৰে ফু লাগি ভাগি বিলীন হৈ গ'ল। ভাগিছিগি যোৱাৰ পিচত যি অৱশিষ্ট থাকিল সেইবিলাক সৈন্য আহি উদয়নলাত আশ্ৰয় গ্ৰহণ কৰিলেহি। তাত চাৰিওফালে গড় খান্দি লৈ মুছলমানবিলাকে ইংৰাজ সৈন্যৰ গতিৰোধ কৰিছিল।

মীৰ কাচেম স্বয়ং তাত উপস্থিত হ'ল। তেওঁ আহিলত চৈয়দ আমীৰ হুছেনে এদিন জনালে যে, এজন বন্দী তেওঁৰ দৰ্শনৰ বাবে বিশেষভাৱে কাতৰ। তেওঁৰ কিবা বিশেষ নিবেদন আছে—হুজুৰৰ অসাক্ষতত সেইটো প্ৰকাশ নকৰে।

মীৰ কাচেমে সুধিলে, "তেওঁ কোন?"

আমীৰ হুছেইনে কলে, "এগৰাকী তিৰুতামানুহ—কলিকতাৰ পৰা আহিছে। ৱাৰেন হেষ্টিংচ চাহাবে চিঠি এখন লেখি তেওঁৰ হাতত পঠাই দিছে। তেওঁ আচলতে বন্দী নহয়। যুদ্ধৰ আগৰ চিঠি বুলি অধীনে সেইখন গ্ৰহণ কৰিছে। অপৰাধ যদি

কিবা হৈছে, গোলাম হাজিৰ।” এই বুলি আমীৰ হুছেনে চিঠিখন পঢ়ি নৱাবক শুনালে।

ৱাৰেন হেষ্টিংচে লেখিছিল, “এই তিৰুতাগৰাকী কোন, মই নাজানো, তেওঁ নিতান্ত কাতৰ হৈ মোৰ গুৰিলৈ আহি মিনতি জনালে যে, কলিকতাত তেওঁ নিসহায়, মই যদি মৰম কৰি নৱাবৰ ওচৰলৈ পঠাই দিওঁ, তেনে তেওঁ ৰক্ষা পায়। আপোনা-লোকৰ লগত আমাৰ যুদ্ধ হৈছে, কিন্তু আমাৰ ইংৰাজ জাতিয়ে তিৰুতাৰ লগত বিবাদ নকৰে। এই বাবে এওঁক আপোনাৰ গুৰিলৈ পঠালো। ভাল বেয়া মই একো কব নোৱাৰো।”

চিঠিখন পঢ়া শেষ হ'লত নৱাবে তিৰুতাগৰাকীক সমুখলৈ আহিবলৈ অনুমতি দিলে। চৈয়দ আমীৰ হুছেনে বাহিৰলৈ গৈ সেই তিৰুতাগৰাকীক লগত লৈ আহিল—নৱাবে দেখিলে—কুল্‌চম্।

নৱাবে খঙত তাইক সুধিলে, “তই কি বিচাৰিছ বান্দী—মৰিবি ?”

কুলচমে নৱাবৰ প্ৰতি স্থিৰদৃষ্টি নিক্ষেপ কৰি কলে, “নৱাব ! তোমাৰ বেগম ক'ত ? দলনী বিবি ক'ত ?” আমীৰ হুছেনে কুলচমৰ কথা কোৱা প্ৰণালী আৰু ধৰণ কৰণ দেখি ভয় খালে আৰু নৱাবক অভিবাদন কৰি আঁতৰি গ'ল।

মীৰ কাচেমে কলে, “সেই পাপিষ্ঠা যলৈ, গ'ল, তুমিও তালৈকে শীঘ্ৰ যাবা।”

কুলচমে কলে, "ময়ো, আপুনিও। সেই বাবে আপোনাৰ ওচৰলৈ আহিছো ; বাটত আহোঁতে শুনিলো, মানুহে ৰটিছে, দলনী বেগমে আত্মহত্যা কৰিছে। সঁচানেকি ?"

নৱাব। আত্মহত্যা ! ৰাজদণ্ডত তেওঁ মৰিল। তই তেওঁৰ দুষ্কৰ্ম্মৰ সহায়—তোক কুকুৰৰ হতুৱাই খুৱাম—

কুলচমে এচাৰ খাই পৰি আৰ্ত্তনাদ কৰি উঠিল আৰু যিহকে মুখত আহিল তাৰেই নৱাবক গালি পাৰিবলৈ আৰম্ভ কৰিলে। শুনিবলৈ পাই চাৰিওফালৰ পৰা সৈন্য ওমৰাহ, ভৃত্য, ৰক্ষক প্ৰভৃতি আহি গোট খালেহি—এজনে কুলচমৰ চুলি কোছাত মুঠি মাৰি ধৰিবলৈ গৈছিল। নৱাবে নিষেধ কৰিলে—তেওঁ বিস্ময় মানিছিল। চুলিত ধৰিব খোজা মানুহজন আঁতৰি গ'ল। তেতিয়া কুলচমে কবলৈ, "আপোনালোক সকলো আহিছে, ভালেই হৈছে। মই এটা অপূৰ্ব্ব কাহিনী ক'ম, শুনক। মোৰ এতিয়াই বধৰ হুকুম হ'ব—মই মৰিলে আৰু কোনেও সেইটো শুনিবলৈ নেপাব। এই সময়তে শুনক।"

"শুনক, তাবৎ বঙ্গ, বেহাৰৰ মীৰ কাচেম নামেৰে এক মূৰ্খ নৱাব আছে। দলনী নামেৰে তেওঁৰ এগৰাকী বেগম আছিল। তেওঁ নৱাবৰ সেনাপতি গুৰগন খাঁৰ ভনীয়েক।"

কথা শুনি কোনেও আৰু কুলচমৰ ওপৰত আক্ৰমণ নকৰিলে। সকলোৱে পৰস্পৰৰ মুখলৈ চোৱা চুই কৰিবলৈ ধৰিলে—সকলোৰে কৌতূহল বাঢ়িবলৈ ধৰিলে। নৱাবেও একো নকলে—কুলচমে কবলৈ ধৰিলে, "গুৰ্‌গন্ খাঁ আৰু দৌলত উন্নেচা

ইস্পাহানৰ পৰা গুণাগঁথা কৰি জীৱিকা বিচাৰি বঙ্গদেশলৈ আহে। দলনী যেতিয়া মীৰ কাচেমৰ কাৰেঙত লিগিৰী ৰূপে সোমায়, তেতিয়া দুয়ো দুয়োক উপকাৰ কৰিম বুলি অঙ্গীকাৰাবদ্ধ হয়।”

কুলচমে ইয়াৰ পিচত, যি নিশা তেওঁবিলাক দুয়ো গুৰ্‌গন্ খাঁৰ প্ৰাসাদলৈ আহে, সেইবোৰ বৃত্তান্ত বহলাই কলে। গুৰ্‌গন্ খাঁৰ লগত যিবোৰ কথাবতৰা হয়, যিবোৰ দলনীৰ মুখত শুনিবলৈ পাইছিল, সেই সকলোবোৰ কলে। তাৰ পিচত, উভতি অহা, আৰু বাধা-নিষেধ, ব্ৰহ্মচাৰীৰ সহায়। প্ৰতাপৰ ঘৰত ঠাই, ইংৰাজৰ আক্ৰমণ আৰু শৈৱলিনী বুলি ভুলকৈ দলনীক হৰি নিয়া, নাৱত বন্দী, আমিয়ট প্ৰভৃতিৰ মৃত্যু। ফষ্টৰৰ লগত তেওঁবিলাকৰ পলায়ন, শেষত দলনীক গঙ্গাৰ পাৰত ফষ্টৰে এৰি থৈ যোৱা এই সকলোবোৰ কৈ শেষত কবলৈ ধৰিলে, “মোৰ কান্ধত সেই সময়ত চয়তানে বহিছিল সন্দেহ নাই, নহলে মই সেই সময়ত বেগমক কিয় পৰিত্যাগ কৰিম ? মই সেই পাপিষ্ঠ ফিৰিঙিৰ মুখ দেখি তাৰ প্ৰতি—মনত এনেভাৱ খেলাইছিল—সেই কথা যাওক। মনত ভাবিছিলো, নিজামতৰ নাও পাচে পাচে আহিছে—বেগমক নাৱত তুলি লব—নহলে মই তেওঁক এৰিলোহেঁতেন কিয় ? কিন্তু তাৰ যোগ্য শাস্তি মই পাইছো—বেগমক পাচ পেলাই থৈ মই কাতৰ হৈ ফষ্টৰক কাকুতি কৰিলো যে মোকো নমাই দিয়া—সি নমাই নিদিলে। কলিকতালৈ গৈ যাকে দেখিছো—তেওঁকে কাকুতি

মিনতি কৰি কৈছো যে, মোক পঠাই দিয়া—কোনেও একো কথা নকলে। শুনিলো, হেষ্টিংচ চাহাব বৰ দয়ালু—তেওঁৰ গুৰিলৈ গৈ কান্দি কান্দি তেওঁৰ ভৰিত ধৰিলো—তেওঁৰ কৃপাতে আহিব পাৰিলো। এতিয়া তোমালোকে মোৰ বধৰ উদ্যোগ কৰা—মোৰ আৰু জীয়াই থকাৰ ইচ্ছা নাই।”

এইবুলি কুলচমে কান্দিবলৈ ধৰিলে।

বহুমূল্য সিংহাসনত, শ শ ৰশ্মি প্ৰতিবিম্বিত কৰা ৰত্ন সম্ভাৰৰ ওপৰত বহি বঙ্গৰ নৱাব—অধোবদন। এই বৃহৎ সাম্ৰাজ্যৰ ৰাজদণ্ড তেওঁৰ হাতৰ পৰা যে স্খলকি পৰিব খুজিছে—বহুত যত্নতো সি আৰু নৰ'ল। কিন্তু যিখন অজেয় ৰাজ্য, বিনা যত্নেৰে থাকিলহেঁতেন—সেইখন কলৈ গ'ল? তেওঁ কুসুম অনাদৰ কৰি কাঁইটক যত্ন কৰিছিল—কুলচমে সঁচা কথাই কৈছে—বঙ্গৰ নৱাব মূৰ্খ।

নৱাবে ওমৰাহসকলক সম্বোধন কৰি কলে, “তোমালোকে শুনা, এই ৰাজ্যখন ৰক্ষা কৰা মোৰ সাধ্য নাই। এই লিগিৰী-জনীয়ে, যি কলে, সি সঁচা—বঙ্গৰ নৱাব মূৰ্খ। তোমালোকে পাৰা, ৰাজ্য ৰক্ষা কৰা, মই ওলালো। মই ৰুহিদাসৰ গড়লৈ গৈ তিৰুতাবিলাকৰ মাজত লুকাই থাকিম, অথবা ফকিৰৰ জীৱন গ্ৰহণ কৰিম।”—কথা কৈ থাকোতে নৱাবৰ বলিষ্ঠ শৰীৰ, পানীৰ সোঁতৰ মাজত থিয় কৈ থোৱা বাঁহ এডালৰ দৰে কঁপি আছিল—চকুলো মচি মীৰ কাচেমে কবলৈ ধৰিলে—“শুনা বন্ধুবৰ্গ! যদি মোক চিৰাজদ্দৌলাৰ দৰে, ইংৰাজ বা তেওঁ-

বিলাকৰ অনুচৰবৰ্গই মাৰি পেলায়, তেনে তোমালোকৰ ওচৰত মোৰ এই ভিক্ষা, সেই দলনীৰ কবৰৰ কাষত মোক কবৰ দিবা। আৰু মই কথা কব নোৱাৰো—এতিয়া যোৱা। কিন্তু তোমালোকে মোৰ এটা আদেশ পালন কৰিবা—মই সেই তকি খাঁক এবাৰ চাব খোজো—আলি ইব্ৰাহিম খাঁ ?”

ইব্ৰাহিম খাঁই উত্তৰ দিলে। নৱাবে কলে, তোমাৰ নিচিনা মোৰ বন্ধু জগতত আৰু নাই--তোমাৰ ওচৰত মোৰ এই ভিক্ষা—তকি খাঁক মোৰ ওচৰলৈ লৈ আহাঁ।”

ইব্ৰাহিম খাঁই অভিবাদন কৰি তম্বুৰ বাহিৰলৈ গৈ অশ্বাৰোহণ কৰিলে।

নৱাবে তেতিয়া সুধিলে আৰু কোনোবাই মোৰ কিবা উপকাৰ কৰিবনে ?”

সকলোৱেই হাতযোৰকৈ হুকুম বিচাৰিলে। নৱাবে কলে, কোনোবাই সেই ফষ্টৰক আনিব পাৰিবানে ?”

আমীৰ হুছেনে কলে সি ক'ত আছে, মই তাৰ অনুসন্ধান কৰিবলৈ কলিকতালৈ ওলালো।”

নৱাবে ভাবি চিন্তি সুধিলে, আৰু সেই শৈৱলিনী কোন ? তেওঁক কোনোবাই আনিব পাৰিবনে ?”

মহম্মদ ইৰফানে হাতযোৰকৈ নিবেদন কৰিলে, অৱশ্যে ইমান দিনে তেওঁ নিজ ঠাইলৈ উভতি আহিছে, মই তেওঁক লৈ আহিম।”

এই বুলি মহম্মদ ইৰফানে বিদায় ললে।

তাৰ পিচত নৱাবে কলে, যি ব্ৰহ্মচাৰীয়ে মুঙ্গেৰত বেগমক আশ্ৰয় দান কৰিছিল, তেওঁৰ কোনোবাই অনুসন্ধান কৰিব পাৰিবনে ?”

মহম্মদ ইৰফানে কলে, হুকুম হলে শৈৱলিনীক বিচৰাৰ পিচত ব্ৰহ্মচাৰীক বিচাৰি মুঙ্গেৰলৈ যাব পাৰো।”

শেষত মীৰ কাচিমে কলে, গুৰ্‌গন্ খাঁ কিমান দূৰত ?” অমাত্যসকলে তেওঁ ফৌজ লৈ উদয়নলাৰ ফালে আহিছে বুলি শুনিছো—কিন্তু এতিয়াও পোৱাহি নাই।”

নৱাবে মৃদু স্বৰেৰ কবলৈ ধৰিলে, ফৌজ! কাৰ ফৌজ ?

কোনোবা এজনে ফুচ্‌ফুচাই কলে,—“তেওঁৰেই।”

অমাত্যবৰ্গই বিদাগ ললে। তেতিয়া নবাবে ৰত্নসিংহাসন ত্যাগ কৰি থিয় হ’ল, হীৰাখটোৱা পাগুৰী দূৰলৈ দলিয়াই পেলালে—মুকুতাৰ হাৰ ডিঙিৰ পৰা ছিঙি পেলালে—বাখৰ পতোৱা ভূষণ গাৰ পৰা দলিয়াই দিলে। তেতিয়া নৱাব মাটিত পৰি ধূলিত লেটি লৈ দলনী! দলনী! বুলি চিয়ঁৰি চিয়ঁৰি কান্দিবলৈ ধৰিলে।

এই সংসাৰত নৱাবগিৰিয়েই এনেকুৱা।

## চতুৰ্থ পৰিচ্ছেদ

## জন ষ্টেলকাৰ্ট

আগৰ পৰিচ্ছেদত এইটো প্ৰকাশিত হৈছে যে, কুলচমৰ লগত ৱাৰেন হেষ্টিংচ চাহাবৰ সাক্ষাৎ হৈছিল। কুলচমে নিজৰ কাহিনী বহলাই কবলৈ গৈ, ফষ্টৰৰ কাৰ্য্য কলাপৰ সবিশেষ পৰিচয় দিলে।

বুৰঞ্জীত ৱাৰেন হেষ্টিংচ পৰ-পীড়নকাৰী অভিহিত হৈছে। কৰ্ম্মী মানুহ কৰ্ত্তব্যৰ অনুৰোধত বহুত সময়ত পৰ-পীড়নকাৰী হৈ পৰে। যাৰ ওপৰত ৰাজ্যৰক্ষাৰ ভাৰ, তেওঁ নিজে দয়ালু আৰু ন্যায়পৰায়ণ হলেও ৰাজ্যৰক্ষাৰ বাবে পৰক পীড়া দিবলৈ বাধ্য হয়। য'ত দুই এজনৰ ওপৰত অত্যাচাৰ কৰিলে, সমুদায় ৰাজ্যৰ উপকাৰ হয়, সেই ঠাইত তেওঁবিলাকে ভাবে যে, সেইখিনি অত্যাচাৰ কৰা কৰ্ত্তব্য। আচলতে যিবিলাক ৱাৰেন হেষ্টিংচৰ দৰে সাম্ৰাজ্য সংস্থাপনত সক্ষম তেওঁবিলাক যে দয়ালু আৰু ন্যায়নিষ্ঠ নহয়, এইটো কেতিয়াও সম্ভৱ নহয়। যাৰ প্ৰকৃতিত দয়া আৰু ন্যায়পৰায়ণতা নাই—তেওঁৰ দ্বাৰা ৰাজ্য স্থাপন আদি মহৎ কাৰ্য্য হ'ব নোৱাৰে—কিয়নো, তেওঁৰ প্ৰকৃতি উন্নত নহয়—ক্ষুদ্ৰ। এইবোৰ ক্ষুদ্ৰ জন্তুৰ কাম নহয়।

ৱাৰেন হেষ্টিংচ দয়ালু আৰু ন্যায়নিষ্ঠ আছিল। তেতিয়াও তেওঁ গৱৰ্ণৰ হোৱা নাই। কুলচমক বিদায় দি তেওঁ ফষ্টৰৰ

অনুসন্ধানত প্ৰবৃত্ত হ'ল। দেখিলে, ফষ্টৰ পীড়িত। প্ৰথমতে তেওঁৰ চিকিৎসা কৰালে। ফষ্টৰে উৎকৃষ্ট চিকিৎসাত সোনকালেই আৰোগ্য লাভ কৰিলে।

তাৰ পিচত, তেওঁৰ অপৰাধৰ অনুসন্ধানত প্ৰবৃত্ত হ'ল। ভয় খাই ফষ্টৰে তেওঁৰ কাষত অপৰাধ স্বীকাৰ কৰিলে। ৱাৰেন হেষ্টিংচে কাউন্সিলত প্ৰস্তাৱ দি ফষ্টৰক পদচ্যুত কৰিলে। হেষ্টিংচৰ ইচ্ছা আছিল যে, ফষ্টৰক আদালতলৈ আনে; কিন্তু সাক্ষীবিলাকৰ কোনো সন্ধান নাই, আৰু ফষ্টৰেও নিজকাৰ্য্যৰ অনেক ফলভোগ কৰিছে, এই ভাবি তাৰ পৰা বিৰত হ'ল।

ফষ্টৰে সেইটো নুবুজিলে। ফষ্টৰ অত্যন্ত ক্ষুদ্ৰাশয়। সি মনে মনে ভাবিলে, তাৰ লঘু পাপত গুৰুদণ্ড হৈছে। সি ক্ষুদ্ৰাশয়, অপৰাধী ভৃত্যবিলাকৰ স্বভাৱ অনুসাৰে আগৰ গৰাকীবিলাকৰ প্ৰতি বিশেষভাৱে কুপিত হ'ল। তেওঁবিলাকৰ বৈৰসাধনত দৃঢ় প্ৰতিজ্ঞ হ'ল।

ডাইছ ছম্বৰ নামেৰে এজন চুইচ নে জাৰ্ম্মান মীৰ কাচেমৰ সৈন্যসকলৰ মাজত সৈন্যৰ কাৰ্য্যত নিযুক্ত হৈ আছিল। এই মানুহজন ছমৰু নামেৰে বিখ্যাত হৈছিল। উদয়নালাৰ মুছলমান শিবিৰত ছমৰুৱে সৈন্যবাহিনী লৈ সাজু আছিল। ফষ্টৰ উদয়নালালৈ গৈ তেওঁৰ ওচৰলৈ আহিল। প্ৰথমতে বুদ্ধি খটাই কৌশলেৰে ছমৰুৰ ওচৰলৈ দূত পঠালে। ছমৰুৱে মনে মনে ভাবিলে, এওঁৰ পৰা ইংৰাজবিলাকৰ গুপ্ত মন্ত্ৰণাবিলাক জানিব পৰা হব। ছমৰুৱে ফষ্টৰক সামৰি ললে। ফষ্টৰে নিজৰ নাম

গোপন কৰি, জন ষ্টেলকাৰ্ট বুলি নিজৰ চিনাকি দি ছমৰুৰ শিবিৰৰ ভিতৰলৈ সোমাল। যেতিয়া আমীৰ হুছেন্ ফষ্টৰৰ অনুসন্ধানত নিযুক্ত হৈ আছিল, তেতিয়া লৰেন্স ফষ্টৰ ছমৰুৰ তম্বুৰ ভিতৰত।

আমীৰ হুছেনে, কুলচমক যথাযোগ্য ঠাইত ৰাখি থৈ, ফষ্টৰৰ অনুসন্ধানত বাহিৰ হ'ল। অনুচৰবিলাকৰ মুখত শুনিলে যে, এটা আচম্বিত কাণ্ড ঘটিছে, এজন ইংৰাজ আহি মুছলমান সৈন্যৰ ভিতৰত সোমাইছে। তেওঁ ছমৰুৰ শিবিৰত আছে। আমীৰ হুছেন ছমৰুৰ শিবিৰলৈ গ'ল।

যেতিয়া আমীৰ হুছেন ছমৰুৰ তম্বুলৈ সোমাইছিল, তেতিয়া ছমৰু আৰু ফষ্টৰ একেলগে কথা পাতি আছিল। আমীৰ হুছেনে আসন গ্ৰহণ কৰিলে। ছমৰুৱে জন ষ্টেলকাৰ্ট বুলি তেওঁৰ আগত ফষ্টৰৰ চিনাকি দিলে। আমীৰ হুছেনে ষ্টেলকাৰ্টৰ লগত কথা-বতৰা পাতিবলৈ ধৰিলে।

আমীৰ হুছেনে, অন্যান্য কথাৰ পিচত ষ্টেলকাৰ্টক সুধিলে, লৰেন্স ফষ্টৰ নামৰ এজন ইংৰাজক আপুনি চিনি পাইনে ?

ফষ্টৰৰ মুখখন ৰঙা পৰিল। তেওঁ তললৈ মাটিৰ পিনে চাই অলপ বিকৃত কণ্ঠেৰে কলে, "লৰেন্স্, ফষ্টৰ ? ক'তা—নিচিনো।"

আমীৰ হুছেন পুনৰায় সুধিলে, কেতিয়াবা তেওঁৰ নাম শুনিছেনে ?" ফষ্টৰে অলপ পলম কৰি উত্তৰ দিলে—"নাম লৰেন্স ফষ্টৰ হয়—ক'তা ? নাজানো।"

আমীৰ হুছেনে আৰু একো নকলে, আন কথা পাতিবলৈ

ধৰিলে কিন্তু দেখিলে, ষ্টেলকার্টে আৰু ভালকৈ কথা কব পৰা নাই। দুই এবাৰ উঠি যাবৰ উপক্ৰম কৰিলে। আমীৰ হুছেনে অনুৰোধ কৰি তেওঁক বহুৱালে। আমীৰ হুছেনে মনে মনে জানিছিল যে, এওঁ ফষ্টৰৰ কথা জানে, কিন্তু কব খোজা নাই।

ফষ্টৰে কিছু পিচতে নিজৰ টুপীটো মূৰত দি বহিল। আমীৰ হুছেনে জানিছিল যে, এইটো ইংৰাজসকলৰ নিয়ম বহির্ভূত কাম। আৰু যেতিয়া ফষ্টৰে টুপীটো মূৰত লবলৈ যায়, তেতিয়া তেওঁৰ মূৰত চুলি নোহোৱা আঘাত পোৱা শুকান ঘাৰ চিনৰ ওপৰত চকু পৰিল। ষ্টেলকার্টে এই শুকান ঘা ঢাকিবলৈকে টুপীটো মূৰত ললে নেকি ?

আমীৰ হুছেনে বিদায় গ্ৰহণ কৰিলে। নিজৰ শিবিৰলৈ আহি কুলচমক মাতিলে ; তাইক কলে, "মোৰ লগত আহ।" কুলচম তেওঁৰ লগত গ'ল।

কুলচমক লগত লৈ আমীৰ হুছেন পুনৰায় ছমৰুৰ তম্বুত সোমালগৈ। কুলচম বাহিৰতে থাকিল। ফষ্টৰ তেতিয়াও ছমৰুৰ তম্বুত বহি আছিল। আমীৰ হুছেনে ছমৰুক কলে, "যদি আপোনাৰ অনুমতি হয়, তেনে মোৰ এজনী লিগিৰীয়ে আহি আপোনাক চেলাম দিব খুজিছে। বিশেষ কাম আছে।"

ছমৰুৱে অনুমতি দিলে। ফষ্টৰৰ বুকু কঁপিল—তেওঁ গা দাঙিলে। আমীৰ হুছেনে হাঁহি হাতত ধৰি তেওঁক বহুৱালে। কুলচমক মাতিলে। কুলচম আহিল। ফষ্টৰক দেখি নিস্পন্দ হৈ থিয় হৈ থাকিল।

আমীৰ হুছেনে কুলচমক সুধিলে, "এওঁ কোন ?"

কুলচমে কলে, "লৰেন্স ফষ্টৰ।"

আমীৰ হুছেনে ফষ্টৰৰ হাতত ধৰিলে। ফষ্টৰে কলে, "মই কি কৰিছো ?"

আমীৰ হুছেনে তেওঁৰ কথাৰ উত্তৰ নিদি ছমৰুক কলে, "চাহাব! এওঁক গ্ৰেপ্তাৰ কৰিবৰ বাবে নৱাব নাজিমৰ অনুমতি আছে। আপুনি মোৰ লগত চিপাহী চন্তৰী দিয়ক। এওঁক ধৰি লৈ যাও।"

ছমৰু বিস্মিত হ'ল। সুধিলে "বৃত্তান্ত কি ?"

আমীৰ হুছেনে কলে, "পিচত কম।" ছমৰুয়ে লগত প্ৰহৰী দিলে। আমীৰ হুছেনে ফষ্টৰক বান্ধি লৈ গ'ল।"

## পঞ্চম পৰিচ্ছেদ

# আকৌ বেদগ্ৰামত

বহুত কষ্টেৰে চন্দ্ৰশেখৰে শৈৱলিনীক স্বদেশলৈ লৈ আহিছিল। বহুত কালৰ পিচত আকৌ ঘৰৰ ভিতৰলৈ সোমাল। দেখিলে, সেই ঘৰখন তেতিয়া অৰণ্যতকৈও অধিক ভীষণ হৈ পৰিছে। চালৰ ওপৰত খেৰ নাই—বেচিভাগেই ধুমুহা-বতাহৰ কোবত উৰি গৈছে ; চালখন বা ক'ৰবাত পৰিছেগৈ—গৰুৱে খেৰ খাই শেষ কৰিলে—বাঁহ আৰু গাধৈ চুবুৰীয়াই খৰি পুৰিবলৈ নিলে। চোতাল ডাঠ হাবিৰে ভৰি পৰিছে—বুকুৰে চুচৰি ফুৰা জাতিৰ প্ৰাণীয়ে তাত নিৰ্ভয়েৰে বিচৰণ কৰিছে। ঘৰৰ দুৱাৰবোৰ চোৰে খুলি লৈ গৈছে। ঘৰ মেল খাই মুকলি হৈ আছে—ঘৰৰ ভিতৰত দ্ৰব্যবস্তু একোৱেই নাই, কিছুমান চোৰে লৈ গ'ল—কিছুমান সুন্দৰীয়ে নিজৰ ঘৰলৈ লৈ গৈ থৈ দিছে। ঘৰৰ ভিতৰত বৰষুণৰ পানী সোমাই ডোঙা বান্ধিছে। কোনোঠাই জেকি ভেৰভেৰিয়া হৈছে, কোনো ঠাইত কাঠফুলা ঢাক খাই গজিছে। এন্দুৰ পঁইতা-চোৰা, চুঙাবাহুলি পালে পালে উৰি ফুৰিছে। চন্দ্ৰশেখৰে শৈৱলিনীৰ হাতত ধৰি হুমুনিয়াহ পেলাই সেই ঘৰটোৰ ভিতৰ সোমাল।

তেওঁ দেখিলে যে, সেই ঠাইতেই তেওঁ থিয় হৈ শাস্ত্ৰ বিলাক পুৰি ছাই কৰিছিল।

চন্দ্ৰশেখৰে মাতিলে, "শৈৱলিনী।"

শৈৱলিনীয়ে কথা নকলে ; খোটালিটোৰ দুৱাৰ মুখত বহি আগেয়ে এদিন সপোনত দেখা কৰবীৰ ফালে চাই আছিল। চন্দ্রশেখৰে যিমানবোৰ কথা কলে তাৰ কোনো উত্তৰ নিদিলে— ডাঙৰকৈ চকু দুটা মেলি চাৰিওফালে চাবলৈ ধৰিলে—অলপ অলপকৈ মুখ টিপি টিপি হাঁহি আছিল—এবাৰ ডাঙৰকৈ হাঁহি আঙুলিয়াই কিবা এটা দেখুৱালে।

ইফালে গাৱঁত ৰাষ্ট্ৰ হৈ পৰিল—চন্দ্রশেখৰে শৈৱলিনীক লৈ আহিছে। ভালেমানে চাবলৈ আহিল। সুন্দৰী সকলোতকৈ আগতে আহিল।

সুন্দৰীয়ে শৈৱলিনীৰ বলিয়ালিৰ কথা শুনা নাই। প্ৰথমতে আহি চন্দ্রশেখৰক প্ৰণাম কৰিলে। দেখিলে, চন্দ্রশেখৰৰ ব্ৰহ্মচাৰীৰ বেশ। শৈৱলিনীৰ ফালে চাই কলে, "তেনে, এওঁক আনিছা, ভাল কৰিছা। পৰাচিত কৰিলেই হ'ল।" কিন্তু সুন্দৰীয়ে দেখি বিস্মিত হ'ল যে, চন্দ্রশেখৰ আছে, তথাপি শৈৱলিনী আঁতৰিও নগ'ল, ওৰণিও নললে, বৰং সুন্দৰীৰ ফালে চাই খিল খিলকৈ হাঁহিবলৈ ধৰিলে। সুন্দৰীয়ে ভাবিলে এইটো সম্ভৱতঃ ইংৰাজী ধৰণ, শৈৱলিনীয়ে ইংৰাজৰ সংসৰ্গ লাভ কৰি শিকি আহিছে।" এই ভাবি শৈৱলিনীৰ ওচৰত গৈ বহিল— অলপ আঁতৰ হৈ থাকিল। যেন গাৰ কাপোৰখন ছুবলগীয়া নহয়। হাঁহি হাঁহি শৈৱলিনীক সুধিলে, "চিনি পাইছনে ?"

শৈৱলিনীয়ে কলে, "চিনি পাইছো—তই পাৰ্ব্বতী।"

সুন্দৰীয়ে কলে, "মই নমৰো কিয়, তিনি দিনতে পাহৰিলি ?"

শৈৱলিনীয়ে কলে, “পাহৰিম কিয়—সেই যে তই মোৰ ভাতখিনি ছুই দিছিলি বুলি, মই তোক মাৰি গুৰি কৰি পেলাব, খুজিছিলো, পাৰ্ব্বতী বাইদেও, এটা গীতকে গোৱাঁচোন।

মোৰ বুকুৰ কথা হেৰা শুনিছ কিবা !
মোৰ শ্যামৰ কোলাত ক'তা ৰাধিকা ?
মোৰ মেঘৰ কোলাত ক'তানো জোন ?
মিছাতে পাতিলো চেনেহ-ৰণ।

একোকে ভালকৈ বুজি নেপাওঁ পাৰ্ব্বতী বাইদেও—কোনোবা যেন নাই—কোনোবা যেন আছিল, তেওঁ যেন নাই—কোনোবা যেন আহিব,—তেওঁ যেন নাহে—কোন ঠাইলৈ যেন আহিলো, সেই ঠাইলৈ যেন অহা নাই—কাক যেন বিচাৰিছো, তেওঁক যেন যেন চিনি নেপাওঁ।

সুন্দৰী বিস্মিত হ'ল—চন্দ্ৰশেখৰৰ মুখৰ পিনে চালে—চন্দ্ৰশেখৰে সুন্দৰীক ওচৰলৈ মাতিলে। সুন্দৰী ওচৰলৈ আহিলত তেওঁৰ কাণে কাণে কলে “পগলা হৈছে।”

সুন্দৰীয়ে তেতিয়া বুজিলে। অলপপৰ নীৰৱ হৈ থাকিল। সুন্দৰীৰ চকু প্ৰথমতে উজ্বল চক্‌চকীয়া হ'ল। তাৰ পিচত চকুৰ পতাৰ কাষ সেমেকি উঠিল। শেষত চকুৰ টোপাল সৰিল—সুন্দৰীয়ে কান্দিবলৈ ধৰিলে। মাতৃজাতি সংসাৰৰ ৰত্ন। এই সুন্দৰীয়ে আৰু এদিন কায়মনোবাক্যেৰে প্ৰাৰ্থনা কৰিছিল, শৈৱলিনী যেন নাও বুৰি পানীত তলগৈ মৰে। আজি সুন্দৰীতকৈ শৈৱলিনীৰ বাবে বেজাৰ কাৰো নাই।

সুন্দৰী আহি লাহে লাহে, চকুৰ পানী মচি মচি শৈৱলিনীৰ ওচৰত বহিল—লাহে লাহে কথা কবলৈ ধৰিলে—লাহে লাহে পূৰ্ব্বৰ কথা সোঁৱৰাবলৈ ধৰিলে—শৈৱলিনীয়ে একোকে মনত পেলাব নোৱাৰিলে। শৈৱলিনীৰ স্মৃতিৰ বিলোপ ঘটা নাই—তেনে হোৱা হলে পাৰ্ব্বতী নামটো মনত পৰিব কিয়? কিন্তু প্ৰকৃত কথা মনত নপৰে—কথাবোৰ বিকৃত হৈ, বিপৰীত কথাৰ লগত বিপৰীত কথা সংলগ্ন হৈ মনত উদয় হয়। সুন্দৰীলৈ মনত পৰিছিল, কিন্তু সুন্দৰীক চিনিব নোৱাৰিলে।

সুন্দৰীয়ে প্ৰথমতে চন্দ্ৰশেখৰক তেওঁবিলাকৰ ঘৰলৈ স্নান আৰু আহাৰৰ বাবে পঠালে; পিচত সেই ভগাঘৰটো শৈৱলিনী থকাৰ উপযোগী কৰিবলৈ ধৰিলে। ক্ৰমে ক্ৰমে ওচৰচুবুৰীয়া মহিলাসকল এগৰাকী এগৰাকীকৈ আহি তেওঁৰ সহায় কৰিবলৈ ধৰিলে; লাগতিয়াল বস্তুবাহানিবিলাকো আহি পৰিছেহি।

ইফালে প্ৰতাপে মুঙ্গেৰৰ পৰা উভতি আহি, লাঠিয়াল-বিলাকক যথাস্থানত সমাবেশ কৰি এবাৰ ঘৰলৈ আহিছিল। ঘৰলৈ আহি শুনিলে, চন্দ্ৰশেখৰ ঘৰলৈ আহিছে। লৰালৰিকৈ তেওঁক চাবলৈ বেদগ্ৰামলৈ আহিল।

সেইদিনা ৰমানন্দ স্বামীও সেই ঠাইলৈ আগতেই আহি দেখা দিলেহি। সুন্দৰীৰ শুনি মনত ৰং লাগিল যে, ৰমানন্দ স্বামীৰ উপদেশ অনুসাৰে চন্দ্ৰশেখৰে শৈৱলিনীক ঔষধ খুৱাব। ঔষধ খুৱাবৰ বাবে দিনবাৰ চোৱা হ'ল।

# ষষ্ঠ পৰিচ্ছেদ

## যোগবল নে PSYCHIC FORCE ?

ঔষধ কি, সেইটো কব নোৱাৰো, কিন্তু তাকে খুৱাবৰ বাবে চন্দ্ৰশেখৰে বিশেষৰূপে আত্মশুদ্ধি কৰি আহিছিল। তেওঁ সহজে জিতেন্দ্ৰিয়, ভোক পিয়াহ আদি শাৰীৰিক প্ৰবৃত্তিবিলাক তেওঁ আনতকৈ বেচিকৈ বশীভূত কৰিব পাৰিছিল; কিন্তু এতিয়া তাৰ উপৰি কঠোৰ অনশন ব্ৰত আচৰণ কৰি আহিল। মনক কিছুমান দিনৰ পৰা ঈশ্বৰৰ ধ্যানত নিযুক্ত কৰি ৰাখিছিল—পাৰমাৰ্থিক চিন্তাৰ বাহিৰে আন কোনো চিন্তা মনত ঠাই পোৱা নাছিল্।

আগতে নিৰ্দ্দিষ্ট কৰি থোৱা সময় মতে চন্দ্ৰশেখৰে ঔষধ প্ৰয়োগৰ বাবে উদ্যোগ কৰিবলৈ ধৰিলে। শৈৱলিনীৰ বাবে, শোৱাপাটি সজাবলৈ কলে; সুন্দৰীৰ আলধৰা ছোৱালীয়ে বিছনাখন সজাই দিলেহি।

চন্দ্ৰশেখৰে তেতিয়া সেই বিছনাত শৈৱলিনীক শুৱাবলৈ অনুৰোধ জনালে। সুন্দৰীয়ে শৈৱলিনীক ধৰি বলেৰে শুৱাই দিলে—শৈৱলিনীয়ে সহজে কথা নুশুনে। সুন্দৰীয়ে ঘৰলৈ গৈ গা ধুব—সদায় তাকে কৰে।

চন্দ্ৰশেখৰে তেতিয়া সকলোকে কলে, ‘তোমালোক এবাৰ বাহিৰলৈ যোৱা। মই মতামাত্ৰকে আহিবা।”

সকলো বাহিৰলৈ গ'লত, চন্দ্ৰশেখৰে হাতত থকা ঔষধৰ পাত্ৰ মাটিত থলে। শৈৱলিনীক ক'লে, "উঠি বহাচোন।"

শৈৱলিনীয়ে মৃহু মৃহুকৈ গীত গাবলৈ ধৰিলে—ছুঠিল। চন্দ্ৰশেখৰে স্থিৰ দৃষ্টিৰে শৈৱলিনীৰ চকুৰ ওপৰত চকু থৈ লাহে লাহে এঢোকা এঢোকাকৈ এটা পাত্ৰৰ পৰা ঔষধ খুৱাবলৈ ধৰিলে। ৰমানন্দ স্বামীয়ে কৈছিল, "ঔষধ আৰু একো নহয়, কমণ্ডলুত থকা পানীহে।" চন্দ্ৰশেখৰে সুধিছিল, "ইয়াৰ পৰা কি হ'ব?" স্বামীয়ে কৈছিল, "ছোৱালীজনীয়ে ইয়াৰ পৰা যোগবল লাভ কৰিব।"

তেতিয়া চন্দ্ৰশেখৰে শৈৱলিনীৰ কপাল, চকু প্ৰভৃতিৰ কাষত নানাপ্ৰকাৰ একাবেঁকাকৈ হাতখন জোকাৰি জৰা-ফুকা কৰিবলৈ ধৰিলে। এইদৰে কিছুসময় কৰাৰ পিচত শৈৱলিনীৰ চকু মুদ খাই আহিল, সোনকালেই শৈৱলিনী ঢাল খাই পৰিল—ঘোৰ টোপনিত অচেতন হ'ল।

তেতিয়া চন্দ্ৰশেখৰে মাতিলে, "শৈৱলিনী।"

শৈৱলিনীয়ে টোপনিতে উত্তৰ দিলে "আদেশ কিয়ক।"

চন্দ্ৰশেখৰে সুধিলে, "মই কোন?"

শৈৱলিনী আগৰ দৰে টোপনিত অচেতন—কলে, "মোৰ স্বামীগুৰু।"

চ। তুমি কোন?

শৈ। শৈৱলিনী।

চ। এইডোখৰ কোন ঠাই?

শৈ। বেদগ্ৰাম—আপোনাৰ ঘৰ।

চ। বাহিৰত কোন কোন আছে ?

শৈ। প্ৰতাপ আৰু সুন্দৰী আৰু আন আন মানুহ।

চ। তুমি ইয়াৰ পৰা গৈছিলা কিয় ?

শৈ। ফষ্টৰ্ চাহাবে লৈ গৈছিল বাবে।

চ। এইবোৰ কথা ইমান দিন তোমাৰ মনত পৰা নাই কিয় ?

শৈ। মনত আছিল—ভালকৈ কব পৰা নাছিলো।

চ। কিয় ?

শৈ। মই বলিয়া হৈছো।

চ। সঁচাকৈয়েনে ? নাই কপট ভাবতহে ?

শৈ। সঁচাকৈয়ে, কপটভাব নাই।

চ। তেনে এতিয়া ?

শৈ। এতিয়া এইটো স্বপ্ন—আপোনাৰ গুণত জ্ঞান পাইছো।

চ। তেনে সঁচা কথা কবানে ?

শৈ। ক'ম।

চ। তুমি ফষ্টৰৰ লগত গ'লা কিয় ?

শৈ। প্ৰতাপৰ কাৰণে।

চন্দ্ৰশেখৰ চক খাই উঠিল—এহেজাৰ চকুৰে হৈ যোৱা ঘটনা-বোৰ চকুৰ আগত দেখিবলৈ ধৰিলে। সুধিলে, "প্ৰতাপ তোমাৰ উপপতি নেকি ?"

শৈ। ছি! ছি!

চ। তেনে কি?

শৈ। একেটি ঠাৰিৰে আমি দুটা ফুল, একেখন হাবিতে ফুলিছিলো—ছিঙি বেলেগ কৰিছিলা কিয়?

চন্দ্ৰশেখৰে অতি দীঘলকৈ হুমুনিয়াহ পেলালে। তেওঁৰ অপৰিসীম বুদ্ধিৰ আগত একো লুকাই নেথাকিল। সুধিলে, "যিদিনা প্ৰতাপ ম্লেচ্ছৰ নাৱৰ পৰা পলাইছিল, সেইদিনা গঙ্গাত সাঁতোৰ মেলা মনত পৰেনে?

শৈ। পৰে।

চ। কি কি কথা পাতিছিলা?

শৈৱলিনীয়ে সংক্ষেপতে আনুপূৰ্ব্বিক বৃত্তান্ত কলে। সেই-বোৰ শুনি চন্দ্ৰশেখৰে মনে মনে প্ৰতাপক অনেক সাধুবাদ দিলে। সুধিলে, "তেনে তুমি ফষ্টৰৰ লগত আছিলা কিয়?"

শৈ। আছিলোহে। যদি পুৰন্দৰপুৰলৈ গলে প্ৰতাপক পাওঁ, এই ভৰসাত।

চ। থকাহে মাত্ৰ—তেনে তুমি সাধ্বী নেকি?

শৈ। প্ৰতাপক মনে মনে আত্মসমৰ্পণ কৰিছিলো—এইবাবে মই সাধ্বী নহওঁ—মহাপাপিনী।

চ। নহলে?

শৈ। নহলে সম্পূৰ্ণ সতী।

চ। ফষ্টৰ সম্বন্ধে?

শৈ। কায়মনোবাক্যে।

চন্দ্রশেখৰে তীব্রদৃষ্টি কৰি, হাত জোকাৰি জোকাৰি কলে, “সঁচা কথা কোৱা।”

নিদ্রিতা যুৱতীয়ে ভ্রূ কুঞ্চিত কৰিলে, কলে, “সঁচাকৈয়ে কৈছো।”

চন্দ্রশেখৰে আকৌ নিশ্বাস ত্যাগ কৰিলে, কলে, “তেনে ব্রাহ্মণ কন্যা হৈ জাতিভ্রষ্টা হবলৈ গ'লা কিয়?

শৈ। আপুনি সর্ব্বশাস্ত্রদর্শী। কওক, মই জাতিভ্রষ্টা হওঁনে নহয়। মই তেওঁৰ অন্ন খোৱা নাই—তেওঁ ছোৱা এটোপা পানীও খোৱা নাই। সদায় নিজহাতে ৰান্ধি খাওঁ। হিন্দু আলধৰা ছোৱালীয়ে যো-জা কৰি দিয়ে। একেখন নাৱতে আছিলো হয়—কিন্তু গঙ্গাৰ ওপৰত।

চন্দ্রশেখৰ তলমূৰ হৈ বহিল;—বহুতো ভাবিলে—কবলৈ ধৰিলে, “হায়। হায়। কি কুকর্ম্ম কৰিলো—তিৰুতাক হত্যা কৰিব খুজিছিলো!” ক্ষন্তেক পিচতে সুধিলে, “এইবোৰ কথা কাকো কোৱা নাই কিয়?

শৈ। মোৰ কথাত কোনে বিশ্বাস কৰিব?

চ। এইবোৰ কথা কোনে জানে?

শৈ। ফষ্টৰ আৰু পার্ব্বতীয়ে।

চ। পার্ব্বতী ক'ত আছে?

শৈ। এমাহমান হ'ল, মুঙ্গেৰত ঢুকাল।

চ। ফষ্টৰ ক'ত আছে?

শৈ। উদয়নালাত, নৱাবৰ শিবিৰত।

চন্দ্ৰশেখৰে কিছুমান পৰ চিন্তা কৰি পুনবায় সুধিলে, “তোমাৰ বেমাৰৰ কি প্ৰতিকাৰ হব—বুজিব পাৰিছানে ?”

শৈ। আপোনাৰ যোগবল মোক দান কৰিছে—তাৰ প্ৰসাদতে জানিব পাৰিছো—আপোনাৰ শ্ৰীচৰণৰ কৃপাত, আপোনাৰ ঔষধতে আৰোগ্যলাভ কৰিম।

চ। আৰোগ্য লাভ কৰিলে কলৈ যাব খোজা ?

শৈ। যদি বিহ পাওঁ তেনে খালোহেঁতেন—কিন্তু নৰকৰ ভয় আছে।

চ। মৰিব খুজিছা কিয় ?

শৈ। এই সংসাৰত মোৰ ঠাই ক'ত ?

চ। কিয়, মোৰ ঘৰত ?

শৈ। আপুনি আৰু গ্ৰহণ কৰিব জানো ?

চ। যদি কৰো ?

শৈ। তেনে কায়মনে আপোনাৰ পদসেৱা কৰো। কিন্তু আপুনি কলঙ্ক পাব।

এই সময়ত দূৰৈত ঘোঁৰাৰ টাবৰ শব্দ শুনা গ'ল। চন্দ্ৰশেখৰে সুধিলে, “মোৰ যোগবল নাই, ৰমানন্দ স্বামীৰ যোগবল পাইছা,—কোৱাঁ, সেইটো কিহৰ শব্দ ?”

শৈ। ঘোঁৰাৰ টাবৰ শব্দ।

চ। কোন আহিছে ?

শৈ। মহম্মদ ইৰফান্—নৱাবৰ সৈনিক।

চ। কিয় আহিছে ?

শৈ। মোক নিব—নৱাৱে মোক চাব খুজিছে।

চ। ফষ্টৰ তাৰৈ যোৱাৰ পিচত তোমাক চাব খুজিছেনে, তাৰ আগতে ?

শৈ। নহয়। দুয়োকে আনিবলৈ একেসময়তে আদেশ কৰিছিল।

চ। কোনো চিন্তা নাই, টোপনি যোৱা।

এই বুলি চন্দ্ৰশেখৰে সকলোকে মাতিলে। তেওঁবিলাক আহিলত কলে যে, "এওঁ টোপনি গৈছে। টোপনি ভাগিলে, এই পাত্ৰত থকা ঔষধ খুৱাবা। সম্প্ৰতি, নৱাবৰ সৈন্য আহিছে—কাইলৈ শৈৱলিনীক লৈ যাব। তোমালোক লগত যাবা।"

সকলো বিস্মিত আৰু ভীত হ'ল। চন্দ্ৰশেখৰক সুধিলে, "কিয় এওঁক নৱাবৰ ওচৰলৈ লৈ যাব ?"

চন্দ্ৰশেখৰে কলে, "এতিয়াই শুনিবলৈ পাবা। চিন্তা নাই।"

মহম্মদ ইৰফান্ আহিলত প্ৰতাপ তেওঁৰ অভ্যৰ্থনাত নিযুক্ত হ'ল। চন্দ্ৰশেখৰে আদ্যোপান্ত সকলো কথা ৰমানন্দ স্বামীক গোপনে জনালে। ৰমানন্দ স্বামীয়ে কলে, "কাইলৈ আমি দুয়ো নৱাবৰ দৰবাৰত উপস্থিত থাকিব লাগিব।

## সপ্তম পৰিচ্ছেদ

# দৰবাৰত

ডাঙৰ তম্বুৰ ভিতৰত ঘেৰা দি বঙ্গৰ শেষ ৰজাজন বহি আছে —শেষ ৰজা বুলিছো, কিয়নো মীৰ কাচেমৰ পিচত যিবিলাক বঙ্গৰ নৱাব বুলি অভিহিত হৈছিল তেওঁবিলাক কোনেও ৰাজত্ব কৰা নাই।

ঘেৰা দি, মুক্তাপ্ৰবাল ৰজত কাঞ্চন শোভিত ওখ আসনত নৱাব কাচেম আলি খাঁ মুকুতা হীৰা মণ্ডিত শিৰত পাগুৰীৰ উজ্বলতম সূৰ্য্যৰ সমান প্ৰভা থকা হীৰা এডোখৰেৰে ৰহন চৰাই দৰবাৰত বহি আছে। কাষত শাৰী শাৰী হৈ ভৃত্যবৰ্গ হাত-যোৰকৈ থিয় হৈ আছে—অমাত্যসকলে অনুমতি পাই আঁঠুৰে মাটি চুই নীৰৱ হৈ বহি আছে। নৱাবে সুধিলে। "বন্দীবিলাক উপস্থিত হৈছেনে ?

মহম্মদ ইৰফানে কলে, "সকলো উপস্থিত আছে।"

নৱাবে প্ৰথমতে লৰেন্স ফষ্টৰক আনিবলৈ কলে।

লৰেন্স ফষ্টৰক অনা হ'লত সমুখত থিয় হৈ ৰ'ল। নৱাবে সুধিলে, "তুমি কোন ?"

লৰেন্স্ ফষ্টৰে বুজিছিল যে, এইবাৰ নিস্তাৰ নাই। ইমান-পৰৰ পিচত ভাবিলে, "ইমানদিনে ইংৰাজৰ নামত ছাই সানিছো, এতিয়া ইংৰাজৰ দৰে মৰিম।"

ন। কোন এই ?

ফ। আপোনাৰ দাসী।

ন। মহম্মদ তকিক আনা।

তেতিয়া মহম্মদ ইৰ্‌ফানে তকি খাঁক বান্ধি খোৱা অৱস্থাৰেই লৈ আহিল।

তকি খাঁই ইমানদিনে ইতস্ততঃ কৰি আছিল, কোন পক্ষলৈ যাব ; এইবাবে শত্ৰুপক্ষৰ লগত আজিও মিলিব পৰা নাই। কিন্তু তেওঁক অবিশ্বাসী বুলি জানি নৱাবৰ সেনাপতিবিলাকে চকুৱে চকুৱে ৰাখিছিল। আলি ইব্ৰাহিম খাঁই অনায়াসে তেওঁক বান্ধি আনিলে।

নৱাবে তকি খাঁৰ ফালে দৃষ্টিপাত নকৰাকৈ সুধিলে, "কুলচম্! কোৱাচোন তুমি মুঙ্গেৰৰ পৰা কেনেকৈ কলিকতালৈ গৈছিলা ?"

কুলচমে আনুপূৰ্ব্বিক সকলো কথা কলে। দলনী বেগমৰ সকলোবোৰ বৃত্তান্ত কলে। কৈ মেলি, দুয়ো হাতযোৰকৈ, সজলনয়নেৰে, চিঞৰি চিঞৰি কবলৈ ধৰিলে,—"জাঁহাপনা! মই এই আম দৰবাৰত। এই পাপিষ্ঠ, স্ত্ৰীঘাতী মহম্মদ তকিৰ নামত গোচৰ দিছো, গ্ৰহণ কৰক! সি মোৰ প্ৰভু পত্নীৰ নামত মিছা অপবাদ দি, মোৰ প্ৰভুক মিছা প্ৰৱঞ্চনা কৰি, সংসাৰৰ স্ত্ৰীৰত্নসাৰ দলনী বেগমক পকুৱা এটাৰ দৰে অকাতৰে হত্যা কৰিলে—জাঁহাপনা! পকুৱা এটাৰ দৰে এই নৰাধমকো অকাতৰে হত্যা কৰক।

কিংবদন্তী আছে। অপৰাধীক কঁকাললৈকে মাটিত পুতি থৈ দি তাৰ পিচত তাক দংশন কৰিবলৈ শিক্ষিত কুকুৰ লগাই দিয়া হয়। কুকুৰে দংশন কৰি ঘা কৰিলে তাত নিমখ ছটিয়াই দিয়া হয়। কুকুৰবিলাক নৰমাংস খাই তৃপ্তি পাই গুচি যায়। আধা-শৰীৰ ভক্ষণ হোৱা অপৰাধী আধামৰা হৈ সেইদৰেই পোত খাই থাকে। কুকুৰবিলাকৰ ভোক লাগিলে সিহঁত আকৌ আহি অৱশেষ মঙহবোৰ কামুৰি খায়হি। তোমাৰ আৰু তকি খাঁৰ বাবে সেই মৃত্যুৰেই বিধান কৰিলো।

বন্ধনত থকা তকি খাঁই আতুৰত পৰা পশুৰ দৰে চিঞৰি উঠিল। ফষ্টৰে আঁঠু কাঢ়ি, মাটিত বহি হাত যুৰি, ওপৰলৈ চাই জগদীশ্বৰক মাতিবলৈ ধৰিলে—মনে মনে কবলৈ ধৰিলে, মই কেতিয়াও তোমাক মতা নাই, কেতিয়াও তোমাক ভবা নাই, চিৰকাল পাপকে কৰিলো। তুমি যে আছা, সেইটো কেতিয়াও মনত পৰা নাই। কিন্তু আজি মই নিঃসহায় বুলি, তোমাক মাতিছো—হে নিৰুপায়ৰ উপায়—অগতিৰ গতি। মোক ৰক্ষা কৰা।"

কোনেও বিস্মিত হব নেলাগে। যি ঈশ্বৰক নেমানে, সিও বিপদত পৰিলে তেওঁক মাতে—ভক্তিভাৱেৰেই মাতে! ফষ্টৰেও ঈশ্বৰক মাতিলে।

চকু তল কৰোঁতে ফষ্টৰৰ দৃষ্টি তম্বুৰ বাহিৰত পৰিল। হঠাৎ দেখা পালে, এজন জঁটাজুঁটধাৰী, ৰঙা বস্ত্ৰ পৰিহিত, বগা ডাঢ়ি গোঁফ থকা, ভস্মসনা পুৰুষ এজন থিয় হৈ তেওঁৰ ফালে চাই

আছে। ফষ্টৰে সেই চকুযোৰলৈ স্থিৰ দৃষ্টিৰে চালে—ক্রমে তেওঁৰ চিত্ত-মন সেই দৃষ্টিৰ বশীভূত হ'ল। ক্রমে চকু তললৈ নমালে—যেন দাৰুণ নিদ্রাত তেওঁৰ শৰীৰ অৱসন্ন হৈ আহিছে এনে বোধ হ'ল। বোধ হ'ল, যেন সেই জঁটাজুঁটধাৰী পুৰুষৰ ওঁঠ দুখন কঁপি উঠিছে—যেন তেওঁ কিবা ক'ব খুজিছে। ক্রমে সজলজলদগম্ভীৰ কণ্ঠধ্বনি তেওঁৰ কৰ্ণকুহৰত প্রতিধ্বনিত হ'ল। ফষ্টৰে শুনিলে যেন কোনোবাই কৈছে, "মই তোক কুকুৰৰ দংশনৰ পৰা ৰক্ষা কৰিম। মোৰ কথাৰ উত্তৰ দে। তই সেই শৈৱলিনীৰ উপপতি নেকি ?"

ফষ্টৰে এবাৰ সেই ধূলিধূসৰিত হৈ থকা উন্মাদিনীৰ ফালে চাই কলে,— "নহয়।"

সকলোৱে শুনিলে, "নহয়। মই শৈৱলিনীৰ উপপতি নহওঁ। সেই বজ্রগম্ভীৰ শব্দেৰে পুনৰায় প্রশ্ন আহিল। নৱাবে প্রশ্ন কৰিলে, নে চন্দ্রশেখৰে, নাই কোনে কৰিলে, ফষ্টৰে সেইটো বুজিব নোৱাৰিলে—মাথোন শুনিবলৈ পালে, যে "তেনে শৈৱলিনী তোমাৰ নাৱত আছিল কিয় ?"

ফষ্টৰে চিঞৰি চিঞৰি কবলৈ ধৰিলে "মই শৈৱলিনীৰ ৰূপত মুগ্ধ হৈ, তেওঁক ঘৰৰ পৰা হৰণ কৰি নিছিলো। মোৰ নাৱত ৰাখি থৈছিলো। মনতে ভাবিছিলো যে, শৈৱলিনী মোৰ প্রতি আসক্ত। কিন্তু দেখিলো যে, সেইটো নহয়; শৈৱলিনী মোৰ শত্রু। নাৱত প্রথম সাক্ষাততেই শৈৱলিনীয়ে ছুৰি উলিয়াই মোক কলে, "তুমি যদি মোৰ কোঠালিলৈ আহাঁ, তেনে এই

ছুৰিত হুয়োৱে প্ৰাণৰ অৱসান ঘটিব। মই তোমাৰ মাতৃৰ সদৃশ।” মই তেওঁৰ ওচৰলৈ যাব পৰা নাই, কেতিয়াও তেওঁক স্পৰ্শ কৰা নাই।” সকলোৱে এই কথা শুনিলে।

চন্দ্ৰশেখৰে সুধিলে, “এই শৈৱলিনীক তুমি কেনেকৈ ম্লেচ্ছৰ অন্ন খুৱালা?

ফষ্টৰে কুণ্ঠিত হৈ কলে, “এদিনো মোৰ অন্ন বা মোৰ দ্বাৰা ছোৱা অন্ন তেওঁ খোৱা নাই, তেওঁ নিজে ৰান্ধি খাইছিল।”

প্ৰশ্ন। কি ৰান্ধি খাইছিল?

ফষ্টৰ। কেৱল চাউল—অন্নৰ লগত গাখীৰৰ বাহিৰে আৰু একোকে নেখাইছিল।

প্ৰশ্ন। পানী?

ফ। গঙ্গাৰ পৰা নিজে তুলি লৈছিল।

এনে সময়ত হঠাৎ—শব্দ হ'ল, “ধুৰুম্ ধুৰুম্ ধুম্ ধুম্!

নৱাবে কলে, “সেইবোৰ কি সেইবোৰ?”

ইৰফানে কাতৰ স্বৰেৰে কলে, ‘আৰু কি? ইংৰাজৰ বৰতোপ। সিহঁতে শিবিৰ আক্ৰমণ কৰিছে।”

হঠাৎ তম্বুৰ পৰা মানুহ ঠেলাঠেলি কৰি বাজ হ'ল। “হুৰুম্ হুৰুম হুম শব্দেৰে আকৌ বৰতোপ গৰ্জ্জন কৰি উঠিল। আকৌ! ভালেমান বৰতোপে একেলগে শব্দ কৰিবলৈ ধৰিলে—ভীমৰৱ জাপ দি দি ওচৰলৈ আহিবলৈ ধৰিলে—ৰণৰ বাজনা বাজি উঠিল—চাৰিওফালৰ পৰা তুমুল কোঢ়াল উঠিল। ঘোঁৰাৰ খুৰাৰ শব্দ, অস্ত্ৰৰ জনজননি—সৈন্যবিলাকৰ জয়ধ্বনি সমুদ্ৰ-

তৰঙ্গৰ দৰে গৰ্জ্জন কৰি উঠিল—ধোৱাঁৰাশিৰে গগন ঢাক খালে —দিগন্ত বিয়পি পৰিল। প্ৰলয়কালত যেন পানীৰ খলখলনিৰ মাজেদি, ক্ষুভিত সাগৰে আহি বেঢ়ি ধৰিলে।

হঠাৎ নৱাবৰ অমাত্যসকল, আৰু ভৃত্যবোৰ, ঠেলাঠেলি কৰি তম্বুৰ বাহিৰলৈ গ'ল—কোনো সমৰৰ অভিমুখে—কোনো পলায়ুৰ্দ্ধং কৰি। কুলচম্, চন্দ্ৰশেখৰ, শৈৱলিনী আৰু ফষ্টৰ এওঁবিলাকো বাজ ওলাল। তম্বুৰ মাজত অকলৈ নৱাব আৰু বন্দী তকি বহি ৰ'ল।

সেই সময়ত বৰতোপৰ গুলী আহি তম্বুৰ ভিতৰত পৰিবলৈ ধৰিলে। নৱাবে সেই সময়ত নিজৰ কঁকালৰ কমৰবন্ধৰ পৰা তৰোৱাল খুলি লৈ, তকিৰ বুকুত নিজ হাতেৰে সুমুৱাই দিলে। তকি মৰিল। নৱাব তম্বুৰ বাহিৰ ওলাল।

## অষ্টম পৰিচ্ছেদ

## যুদ্ধক্ষেত্ৰত

শৈৱলিনীক লৈ বাহিৰলৈ আহি চন্দ্ৰশেখৰে দেখিলে, ৰমানন্দ স্বামী থিয় হৈ আছে। স্বামীয়ে কলে, "চন্দ্ৰশেখৰ! ইয়াৰ পিচত কি কৰিবা?"

চন্দ্ৰশেখৰে কলে, "এতিয়া, শৈৱলিনীৰ প্ৰাণৰক্ষা কৰো কেনেকৈ? চাৰিও ফালে গুলী বৰিষণ হৈছে। চাৰিওফাল ধোঁৱাৰে এন্ধাৰ—কলৈ যাম?"

ৰমানন্দ স্বামীয়ে কলে, "চিন্তা নাই,—নেদেখিছানে কোন ফালে মুছলমান সেনাবোৰ পলাইছে? যত যুদ্ধৰ আৰম্ভতে পলায়ন। সেই ঠাইত আৰু ৰণজয়ৰ সম্ভাৱনা আছে জানো? এই ইংৰাজ জাতি অতিশয় ভাগ্যৱান বলৱান আৰু কৌশলপূৰ্ণ দেখিছো—বোধকৰোঁ এওঁলোকে এদিন সম্পূৰ্ণ ভাৰতবৰ্ষ অধিকাৰ কৰিব। বলা আমি পলাই যোৱা মুছলমান সেনাৰ পাচ লওঁ। তোমাৰ মোৰ কাৰণে চিন্তা নাই, কিন্তু এই বোৱাৰীজনীৰ কাৰণে চিন্তা।"

তিনিওজনে পলায়নৰ বাবে উদ্যোগ কৰা মুছলমান সেনাৰ পাচে পাচে যাবলৈ ধৰিলে। অকস্মাৎ দেখিলে, সমুখত এদল সুসজ্জিত অস্ত্ৰধাৰী হিন্দুসেনা—ৰণোন্মত্ত হৈ দৃঢ় পৰ্ব্বতীয়া সুৰঙাইদি ওলাই আহি ইংৰাজৰ লগত ৰণৰ সমুখ হ'বলৈ গৈছে।

মাজত, তেওঁবিলাকৰ নায়ক, ঘোঁৰাৰ ওপৰত। সকলোৱে দেখি চিনি পালে, যে প্ৰতাপ। চন্দ্ৰশেখৰ প্ৰতাপক দেখি উদ্বিগ্ন হ'ল। কিছু পৰৰ পিচত মনমৰা অৱস্থাৰে সুধিলে, "প্ৰতাপ! এই দুৰ্জ্জয় ৰণত তুমি কিয়? ওভতা।

"মই আপোনালোকৰ সন্ধানতে আহিছিলো। ব'লক বিঘিনি-শূন্য ঠাইত আপোনলোকক থৈ আহোঁগৈ।" এই বুলি প্ৰতাপে, তিনিওজনকে নিজৰ ক্ষুদ্ৰ সেনাদলৰ মাজত লৈ উভতি যাবলৈ ধৰিলে।

তেওঁ পৰ্ব্বতমালাৰ মাজৰ ওলোৱা সোমোৱা বাটবোৰ বিশেষকৈ জানিছিল। অনতিপলমে তেওঁবিলাকক, সমৰক্ষেত্ৰৰ পৰা দূৰলৈ লৈ গ'ল। যোৱাৰ সময়ত চন্দ্ৰশেখৰৰ আগত দৰবাৰত যি যি ঘটিছিল সেই সকলোবোৰ বৰ্ণনা শুনিলে। তাৰ পিচত চন্দ্ৰশেখৰে প্ৰতাপক কলে, "প্ৰতাপ, তুমি ধন্য, তুমি যি জানা, ময়ো তাক জানা।"

প্ৰতাপ বিস্মিত হৈ চন্দ্ৰশেখৰৰ মুখৰ ফালে চাই থাকিল।

চন্দ্ৰশেখৰে বাষ্পগদগদ কণ্ঠেৰে কলে, "এতিয়াহে জানিলো যে, এওঁ নিষ্পাপ। যদি লোকৰ বিশ্বাস জন্মাবৰ বাবে কোনো প্ৰায়শ্চিত্ত কৰিব লাগে, তেনে সেইটো কৰিম। তেনে কৰি এওঁক ঘৰলৈ সুমাম। কিন্তু সুখ আৰু মোৰ কপালত নাই।"

প্ৰ। কিয়, স্বামীৰ ঔষধত কোনো ফল পোৱা নাই?

চ। এতিয়ালৈকে হোৱা নাই।

প্ৰতাপ বিমৰ্ষ হ'ল। তেওঁৰ চকুও সজল হৈ পৰিল।

শৈৱলিনীয়ে ওৰণিৰ মাজৰ পৰা তেনে হোৱা দেখিলে—শৈৱলিনী অলপমান আঁতৰ হৈ গৈ, হাতেৰে ইঙ্গিত দি প্ৰতাপক মাতিলে—প্ৰতাপ ঘোঁৰাৰ পৰা নামি তেওঁৰ ওচৰলৈ গ'ল। শৈৱলিনীয়ে আনে হুশুনাকৈ প্ৰতাপক কলে, "মোৰ এটা কথা কাণে কাণে শুনিবানে ; মই দোষৰ কথা একো নকওঁ !"

প্ৰতাপ আচৰিত হ'ল। কলে, "তোমাৰ বলিয়ালি মিছা নেকি ?"

শৈ। এতিয়া তেনে। আজি ৰাতিপুৱা শোৱাপাটিৰ পৰা উঠি সকলো কথা বুজিব পাৰিছো। মই জানো সঁচাকৈয়ে পগলা হৈছিলো ?

প্ৰতাপৰ মুখ প্ৰফুল্ল হ'ল। শৈৱলিনীয়ে তেওঁৰ মনৰ কথা বুজিব পাৰি উধাতুখাই কলে "মনে মনে থাকা। এতিয়া একো নকবা। মই নিজেই সকলো ক'ম—কিন্তু তোমাৰ অনুমতি লৈহে।"

প্ৰ। মোৰ অনুমতি কিয় ?

শৈ। স্বামীয়ে যদি মোক আকৌ গ্ৰহণ কৰে, তেনে মনৰ পাপ আকৌ লুকাই ৰাখি, তেওঁ প্ৰণয়ভাগী হোৱা উচিত জানো ?

প্ৰ। কি কৰিব খুজিছা ?

শৈ। আগৰ সকলোবোৰ কথা কৈ, ক্ষমা বিচাৰিম।

প্ৰতাপে চিন্তা কৰিলে, পিচত কলে, "কবা ! আশীৰ্ব্বাদ কৰিছো, তুমি এইবাৰ যেন সুখী হোৱাঁ।" এইবুলি প্ৰতাপে নীৰৱে চকুলো টুকিবলৈ ধৰিলে।

শৈ। মই সুখী নহওঁ। তুমি থাকোতে মোৰ সুখ ক'ত—

প্ৰ। এইটো কি কথা শৈৱলিনী ?

শৈ। যিমানদিন তুমি এই পৃথিৱীত থাকিবা, মোৰ আগত আৰু দেখা নিদিবা। তিৰুতাৰ চিত্ত অতি অসাৰ ; কিমান দিন বশত থাকিব পাৰিম ক'ব নোৱাৰো। এই জন্মত তুমি মোৰ লগত দেখা সাক্ষাৎ নকৰিবা।

প্ৰতাপে আৰু উত্তৰ নিদিলে। লৰালৰিকৈ ঘোঁৰাত উঠি, ঘোঁৰাক চাবুক মাৰি সমৰক্ষেত্ৰৰ ফালে ছুটি মেলিলে। তেওঁৰ সৈন্যবিলাক তেওঁৰ পাচে পাচে সেইদৰেই গ'ল।

যোৱাৰ সময়ত চন্দ্ৰশেখৰে চিঞৰি সুধিলে, "কেনি যোৱা ?"

প্ৰতাপে কলে, "যুদ্ধলৈ।"

চন্দ্ৰশেখৰে উধাতুখাই চিঞৰি চিঞৰি কবলৈ ধৰিলে "নেযাবা, নেযাবা। ইংৰাজৰ যুদ্ধত ৰক্ষা নাই।"

প্ৰতাপে কলে, "ফষ্টৰ এতিয়াও জীয়াই আছে, তেওঁক বধ কৰিবলৈ যাওঁ।"

চন্দ্ৰশেখৰ খৰকৈ আহি প্ৰতাপৰ ঘোঁৰাৰ লেকাম ধৰিলে। কলে, "ফষ্টৰক বধি কি কাম হ'ব ভাই ? যি দুষ্ট, ভগৱানে তেওঁৰ দণ্ডবিধান কৰিব। তুমি মই জানো সেই দণ্ডৰ কৰ্ত্তা ? যি অধম, সি শত্ৰুৰ প্ৰতি হিংসা কৰে, যি উত্তম, তেওঁ শত্ৰুক ক্ষমা কৰে।"

প্ৰতাপ বিস্মিত আৰু পুলকিত হ'ল। এনেকুৱা মহৎ উক্তি তেওঁ কেতিয়াও মানুহৰ মুখত শুনা নাই। ঘোঁৰাৰ পৰা নামি

চন্দ্ৰশেখৰৰ ভৰিধুলি মূৰত ললে। কলে, আপুনিয়েই মানুহৰ মাজত ধন্য। মই ফষ্টৰক একো নকওঁ।"

এই বুলি প্ৰতাপে আকৌ ঘোঁৰাত উঠি, যুদ্ধক্ষেত্ৰৰ অভিমুখে গ'ল। চন্দ্ৰশেখৰে কলে, "প্ৰতাপ, তেনে আকৌ যুদ্ধক্ষেত্ৰলৈ যোৱা কিয় ?"

প্ৰতাপে মুখ ঘূৰাই অতি কোমল, অতি মধুৰ হাঁহিৰে মুখ ওপচাই কলে, 'মোৰ আৱশ্যক আছে।" এই বুলি ঘোঁৰাৰ গাত চাবুক মাৰি অতি দ্ৰুতভাৱে আঁতৰি গ'ল।

সেই হাঁহি দেখি ৰমানন্দ স্বামী উদ্বিগ্ন হৈ উঠিল। চন্দ্ৰশেখৰক কলে, 'তুমি ঘৈণীয়েৰাক ঘৰলৈ লৈ যোৱা। মই গঙ্গা স্নান কৰোগৈ। দুই এদিনৰ পিচত সাক্ষাৎ কৰিম।"

চন্দ্ৰশেখৰে কলে "মই প্ৰতাপৰ কাৰণে বৰ উদ্বিগ্ন হৈছো।" ৰমানন্দ স্বামীয়ে কলে, "মই তেওঁৰ তদাৰক কৰিবলৈ গৈছো।"

এই বুলি ৰমানন্দ স্বামীয়ে চন্দ্ৰশেখৰ আৰু শৈৱলিনীক বিদায় দি যুদ্ধক্ষেত্ৰৰ ফালে গ'ল। সেই ধোঁৱাময়, আহত-বিলাকৰ আতুৰ কণ্ঠৰ চিঞৰ বাখৰৰ ভীষণ যুদ্ধক্ষেত্ৰৰ জুই বৰষুণৰ মাজত, প্ৰতাপক ইফালে সিফালে বিচাৰিবলৈ ধৰিলে। দেখিলে, কৰবাত শৱৰ ওপৰত শৱ স্তুপাকাৰ হৈ আছে—কোনোবা মৰা, কোনোবা আধামৰা, কাৰোবাৰ বা অঙ্গপ্ৰত্যঙ্গ ছিন্ন ভিন্ন, কাৰোবাৰ বা বুকুখন থকাসৰকা, কোনোবাই বা 'পানী! পানী!" বুলি আৰ্ত্তনাদ কৰি উঠিছে—কোনোবাই বা আই, ভাই বোপাই, বন্ধু-বান্ধৱবিলাকৰ নাম ধৰি মাতিছে।

ৰমানন্দ স্বামীয়ে সেই সকলোবিলাক শৱৰ মাজত প্ৰতাপৰ অনু-সন্ধান কৰিলে কিন্তু নেপালে। দেখিলে, কিমান যে অশ্বাৰোহীয়ে তেজেৰে ৰাঙলী হৈ আহত হোৱা ঘোঁৰাৰ পিঠিত উঠি অস্ত্ৰশস্ত্ৰ এৰি পলাই গৈছে, সেই ঘোঁৰাৰ গচকত কিমান যে হতভাগ্য আহত হৈ থকা যুজাৰুবোৰ গচকা পেটেকা খাই সোঁতমোচ খাই গৈছে তাৰ অন্ত নাই। সেইবিলাক মানুহৰ ভিতৰত প্ৰতাপৰ অনুসন্ধান কৰিলে, নেপালে। দেখিলে, কিমান পদাতিক, শুদাহাতেৰে উশাহ নসলোৱাকৈ তেজেৰে ৰাঙলী হৈ পলাইছে; তেওঁবিলাকৰ মাজত প্ৰতাপৰ অনুসন্ধান কৰিলে, নেপালে। ভাগৰ লাগি ৰমানন্দ স্বামীয়ে এজোপা গছৰ তলত বহিল। সেইফালেদি এজন চিপাহী পলাইছিল। ৰমানন্দ স্বামীয়ে তেওঁক সুধিলে, তোমালোক সকলো পলাইছা—তেনে যুদ্ধ কৰিলে কোনে ?"

চিপাহীটোৱে কলে, 'কোনেও কৰা নাই। মাথোন এজন হিন্দুৱে বৰ যুদ্ধ কৰিলে।"

স্বামীয়ে সুধিলে। তেওঁ ক'ত ?"

চিপাহীয়ে কলে, গড়ৰ সমুখৰ ফালে চাওক।" এইবুলি চিপাহীটো পলাল।

ৰমানন্দ স্বামী গড়ৰ ফালে গ'ল। দেখিলে. যুদ্ধ নাই, কেইজনমান ইংৰাজ আৰু হিন্দুৰ মৰাশ একেলগ হৈ দ'ম খাই আছে। স্বামীয়ে সেইবোৰৰ ভিতৰত প্ৰতাপৰ অনুসন্ধান কৰিবলৈ ধৰিলে। পতিত হিন্দুবিলাকৰ মাজত কোনোবাই

গভীৰ স্বৰে কেঁকাবলৈ ধৰিলে। ৰমানন্দ স্বামীয়ে তেওঁক টানি বাহিৰলৈ আনিলে, দেখিলে সেই প্ৰতাপ! আহত হৈ মৰাৰ দৰে, অথচ জীয়াই আছে।

ৰমানন্দ স্বামীয়ে পানী আনি তেওঁৰ ওঁঠ দুখনত দিলে। প্ৰতাপে তেওঁক চিনি পাই প্ৰণাম কৰিবলৈ বুলি দুয়োহাত দাঙিব খুজিলে, কিন্তু নোৱাৰিলে।

স্বামীয়ে কলে "মই এনেয়ে আশীৰ্ব্বাদ কৰিছো মোৰ বোপাই। আৰোগ্য লাভ কৰা।"

প্ৰতাপে কষ্টেৰে মাত মাতিলে, "আৰোগ্য? আৰোগ্যৰ আৰু বেচি পলম নাই। আপোনাৰ পদধূলি মোৰ শিৰত দিয়ক।"

ৰমানন্দ স্বামীয়ে কলে, আমি নিষেধ কৰিছিলো, কিয় এই দুৰ্জ্জয় ৰণলৈ আহিলা? শৈৱলিনীৰ কথাতে এনে কৰিলানেকি?

প্ৰতাপে কলে, 'আপুনি কিয় এনে আদেশ দিছে?"

স্বামীয়ে কলে, 'যেতিয়া তুমি শৈৱলিনীৰ লগত কথা পাতি-ছিলা, তেতিয়া তেওঁৰ আকাৰ ইঙ্গিত দেখি বোধ হৈছিল যে, তেওঁ আৰু উন্মাদিনী নহয়। আৰু বোধকৰোঁ, তোমাক একে-বাৰে পাহৰি যোৱা নাই।"

প্ৰতাপে কলে, "শৈৱলিনীয়ে কৈছিল যে, এই পৃথিৱীত মোৰ লগত আৰু দেখা সাক্ষাৎ নকৰিবা। মই বুজিলো, মই জীয়াই থাকিলে শৈৱলিনী বা চন্দ্ৰশেখৰৰ সুখৰ সম্ভাৱনা নাই। যি-বিলাক মোৰ পৰম প্ৰীতিৰ পাত্ৰ, যিবিলাক মোৰ পৰম উপকাৰী,

তেওঁবিলাকৰ সুখত কাঁইটৰ দৰে এই জীৱনটো মোৰ ৰখাটো কৰ্ত্তব্য নহয় বুলি বিবেচনা কৰিলোঁ। সেইবাবে আপোনালোকৰ নিষেধ সত্ত্বেও এই সমৰক্ষেত্ৰত প্ৰাণত্যাগ কৰিবলৈ আহিছিলোঁ। মই থাকিলে শৈৱলিনীৰ চিত্তমন কেতিয়াবা নহলেও কেতিয়াবা বিচলিত হোৱাৰ সম্ভাৱনা আছে। সেইবাবে মই যাওঁ।”

ৰমানন্দ স্বামীৰ চকুত পানী বলে। আৰু কোনেও কেতিয়াও ৰমানন্দ স্বামীৰ চকুত পানী দেখা নাই। তেওঁ কলে, “এই সংসাৰত তুমিয়েই যথাৰ্থ পৰৰ হিতৰ অৰ্থে ব্ৰত ধৰোঁতা। আমি ভণ্ডহে মাথোন। তুমি পৰলোকলৈ গৈ অনন্ত অক্ষয় স্বৰ্গসুখ ভোগ কৰিবা সন্দেহ নাই।”

ক্ষন্তেক পৰ নীৰৱে থাকি, ৰমানন্দ স্বামীয়ে কবলৈ ধৰিলে, “শুনা বাছা! মই তোমাৰ অন্তঃকৰণ বুজি পাইছোঁ। ব্ৰহ্মাণ্ড জয় তোমাৰ এই ইন্দ্ৰিয় জয়ৰ তুলনা হ'ব নোৱাৰে—তুমি শৈৱলিনীক ভাল পাইছিলা?”

শুই থকা সিংহ যেন সাৰ পাই উঠিল। সেই শৰৰ দৰে পৰি থকা প্ৰতাপ, বলিষ্ঠ চঞ্চল, উন্মাদৰ দৰে হুঙ্কাৰ দি উঠিল—কলে, “কি বুজি পাবা সন্ন্যাসী তুমি! এই জগতত কোন মানুহ আছে যে, মোৰ এই ভালপোৱা বুজি পাব? কোনে বুজিব, এই ষোল বছৰে, শৈৱলিনীক মই কিমান ভাল পাইছিলোঁ? পাপেৰে চিত্ত উচপিচ কৰি তেওঁৰ প্ৰতি মই অনুৰক্ত নহওঁ—মোৰ ভালপোৱাৰ নাম জীৱন বিসৰ্জ্জনৰ আকাঙ্ক্ষা। শিৰাই শিৰাই শোণিতে শোণিতে, অস্থিয়ে অস্থিয়ে, মোৰ এই অনুৰাগ

দিনে ৰাতিয়ে বিৰাজমান। কেতিয়াও মানুহে সেইটো বুজিব পৰা নাই—মানুহে সেইটো জানিব নোৱাৰিলেহেঁতেন—এই মৰণকালত আপুনি সেই কথাটো উলিয়ালে কিয় ? এই জন্মত এই অনুৰাগত মঙ্গল নাই বুলি এই শৰীৰ পৰিত্যাগ কৰিলো। মোৰ মন কলুষিত হৈছে—কিজানি শৈৱলিনীৰ হৃদয়তো বা কি হ'ব ? মোৰ মৃত্যুৰ বাহিৰে আৰু আন উপায় নাই—এইবাবেই মৰিব খুজিলো। আপুনি এই গুপ্ত কাহিনী শুনিলে—আপুনি জ্ঞানী, আপুনি শাস্ত্ৰদৰ্শী—আপুনি কওক মোৰ পাপৰ প্ৰায়শ্চিত্ত কি ? মই জানো জগদীশ্বৰৰ ওচৰত দোষী ? যদি দোষ হৈছে এই প্ৰায়শ্চিত্ত গ্ৰহণ কৰিলে জানো তাত পৰা উদ্ধাৰ নেপাম ?"

ৰমানন্দ স্বামীয়ে কলে, "সেইটো নেজানো। মানুহৰ জ্ঞান এইখিনিত অসমৰ্থ, শাস্ত্ৰ এই ঠাইত নিমাত। তুমি যি লোকলৈ যাবলৈ ওলাইছো, সেই লোকেশ্বৰৰ বাহিৰে কোনেও এই কথাৰ উত্তৰ দিব নোৱাৰে। পিচে, ইমানকে ক'ব পাৰো, ইন্দ্ৰিয় জয়ত যদি পুণ্য থাকে, তেনে অনন্ত স্বৰ্গ তোমাৰেই। যদি চিত্তসংযমত পুণ্য আছে, তেনে দেৱতাবিলাকো তোমাৰ সমান পুণ্যবান নহয়। যদি পৰোপকাৰত স্বৰ্গ থাকে, তেনে দধীচিত কৈয়ো তুমি স্বৰ্গৰ অধিকাৰী। প্ৰাৰ্থনা কৰো, জন্মান্তৰত যেন তোমাৰ দৰে ইন্দ্ৰিয়জয়ী হ'ব পাৰো।"

ৰমানন্দ স্বামী নীৰৱ হ'ল। ধীৰে ধীৰে প্ৰতাপৰ প্ৰাণপক্ষী পিঞ্জৰমুক্ত হ'ল। যাঁহৰ শয্যাত অপূৰ্ব্ব জেউতিৰ সোণালী গছ জোপা ঢলি পৰিল।

তেনে যোৱা প্ৰতাপ যোৱা, অনন্তধামলৈ যোৱা। যোৱা, সেই ঠাইলৈ য'ত ইন্দ্ৰিয়জয়ত কোনো কষ্ট নাই। ৰূপত মোহ নাই, প্ৰণয়ত পাপ নাই, সেই ঠাইলৈ যোৱা! য'ত পৰৰ দুখ পৰে জানে, পৰৰ ধৰ্ম্ম পৰে ৰক্ষা কৰে, পৰৰ জয় পৰে গান খোজে। পৰৰ কাৰণে পৰ মৰিবলগীয়া নহয়, সেই মহা ঐশ্বৰ্য্যময় লোকলৈ যোৱাগৈ। লাখ লাখ শৈৱলিনী ভৰিত বাগৰি পৰিলেও যত ভালপোৱাৰ মোহ আৰু নেথাকিব।

---

